( মহাভাৰত )

# উদ্যোগ পৰ্ব্ব।

## ৰাম সৰস্বতীৰ দ্বাৰাই ৰচিত।

-:*:-

শ্ৰীদুৰ্গাধৰ বৰকটকীৰ দ্বাৰাই
সংগৃহীত আৰু প্ৰকাশিত।
যোৰহাট, আসাম।



কলিকতা,
৬নং কলেজ-স্কোৱাৰ, সাম্য-প্ৰেছত,
শ্ৰীউপেন্দ্ৰনাথ দাসৰ দ্বাৰা
ছপা হ'ল।

---

আঘোণ, ১৩৩১।

মূল্য ৵০ তিনি সিকি মাথোন।

# পাতনি



অসমীয়া মহাভাৰতৰ বিৰাট পৰ্ব্ব ছপা হৈ গৈছে। এতিয়া উদ্যোগ পৰ্ব্ব ছপাই পাঠক সকলৰ আগত ধৰা হল। উদ্যোগ পৰ্ব্ব পূৰ্ব্বেও ছপা হৈছিল কিন্তু তাৰ এখনিও এতিয়া পাবলৈ নাইকিয়া হল। এই দুই পৰ্ব্ব সাধাৰণ কিতাপৰ আকাৰত ছপোৱা হল। এতিয়াৰ পৰা আৰু এই দৰে নছপাই বাঙ্গালা মহাভাৰতৰ দৰে ছপোৱা হব। শান্তিপৰ্ব্ব এই দৰে ছপা হবই লাগিছে। আশা কৰোঁ আৰু ৩।৪ মাহৰ ভিতৰতে ইয়াকো পাঠক সকলৰ হাতত সোধাব পাৰিম। বিৰাট পৰ্ব্বত বহুতো ভুল ৰৈ গল। আহি কাকত ৪।৫ বাৰকৈ চাই দিয়াতো এনে অৱস্থা। উদ্যোগ পৰ্ব্বত বিশেষ ভুল থাকিব নালাগে। এতিয়াৰ পৰা মাজে মাজে কলিকতাত নিজে থাকি ছপাৰ কাম চলাবলৈ স্থিৰ কৰিছোঁ। সকলো দোষ ক্ষেমি পাঠক সকলে একোখনি লৈ উৎসাহ দিলেই গোটেই মহাভাৰত আৰু ৰামায়ণ বছৰ দুবছৰৰ ভিতৰতে উলিয়াব পাৰিম বুলি ভাবিছোঁ। দুই এক পৰ্ব্ব সুন্দৰ সুন্দৰ ছবিৰে পোৱা হৈছে। কিন্তু ঠিক সেই দৰে ছপাবলৈ মোৰ নিচিনা অৱস্থাৰ মানুহে ভবাই অনুচিত। ৰামায়ণৰ দুই এক কাণ্ডও ছবিৰে পোৱা হৈছে।

এই পুথি ৺ৰাম সৰস্বতীৰ দ্বাৰাই ৰচিত। কোৱা আছে বোলে ৺ৰাম সৰস্বতীয়ে গোটেইখন মহাভাৰত অসমীয়া পদ

কৰে। কিন্তু আজিলৈকে সেই গোটেই পুথি ক'তো পোৱা নাই। কবিয়ে নিজে তেওঁৰ [illegible] পুথিত লিখি গৈছে যে, মহাপুৰুষ ৺শঙ্কৰ দেৱৰ অনুগ্ৰহত তেওঁ কোচবিহাৰৰ ৰাজা মহাৰাজ নৰনাৰায়ণৰ পৰা মহাভাৰত পুথি ভাঙি অসমীয়া পদ কৰিবলৈ আদেশ পায়। ৺ৰাম সৰস্বতীৰ জন্ম ঠাই বৰপেটা মহকুমাৰ পাটচৌৰা নামে গাওঁ। তেওঁৰ পিতৃৰ নাম ভীমসেন কবিচূড়ামণি। এওঁ বৰ পণ্ডিত আৰু শুদ্ধাচাৰী ব্ৰাহ্মণ আছিল। ৺ৰাম সৰস্বতীৰ পিতৃমাতৃয়ে থোৱা নাম অনিৰুদ্ধ। কবিচন্দ্ৰ, ভাৰতচন্দ্ৰ, ভাৰতভূষণ আৰু ৰাম সৰস্বতী এই কেইটা তেওঁৰ উপাধি আছিল। তেওঁ ৺শঙ্কৰ দেৱৰ সমসাময়িক, অৰ্থাৎ খৃষ্টীয় ১৬ শতিকাৰ আগছোৱাত বৰ্ত্তমান আছিল।

কলিকাতা।<br>১১।১২।১৯২৪।

শ্ৰীদুৰ্গাধৰ বৰকটকী।

মহাভাৰত

# উদ্যোগ পৰ্ব্ব

-:*:-

## শ্ৰীকৃষ্ণায় নমোনমঃ।

নমো হৃষাকেশ, মূৰুতি বিবেশ,
সজ্জল জলদ শ্যাম।
পূৰ্ণ শশধৰ, হাঁসি মনোহৰ,
পীতবস্ত্ৰে অনুপাম॥
গলে বনমালা, সুবৰ্ণ মেখলা,
গৰুড় কন্ধত চৰি।
আজানুলম্বিত, ভুজ মনোনীত,
হাতে গদা পদ্ম ধৰি॥
সুনন্দ প্ৰভৃতি, লক্ষ্মী সৰস্বতী,
হৰিক বেঢ়ি চৌপাশে।
ভকতক চাই, আনন্দ বঢ়াই,
মুখত মধুৰ হাসে॥

যত যোগী জনে, হৰি দৰশনে,
বাহিৰ দৃষ্টিক এড়ি।
একচিত্ত মনে, নিবিড় আসনে,
সদায়ে জপন্ত হৰি ॥
অজ্ঞাত সম্প্ৰতি, ভৈল সমাপতি,
পাণ্ডৱ বেকত ভৈলা।
দূত পাঞ্চি মাতি, সুহৃদ সহিতি,
সৱে এক থান হৈলা ॥
সাত্যকি সহিতি, দেৱ যদুপতি,
আসিলা তহিকে লাগি।
পাছে যুধিষ্ঠিৰে, দূত পঠাইলন্ত,
কৌৰৱত ৰাজ্য মাগি ॥
ৰাজ্যকো নেদিল, অপ্ৰিয় বুলিল,
দুৰ্য্যোধন মহা মন্দে।
পাছে ধৃতৰাষ্ট্ৰে, সঞ্জয়ক পঠাই,
ৰাজ্য নেদে বিনা দ্বন্দে ॥
পাণ্ডৱে আলচি, কৃষ্ণক পঠাইলা,
দুৰ্য্যোধন পাশ লাগি।
অৰ্দ্ধ ৰাজ্য নেদে, পাঞ্চখানি গ্ৰাম,
দেউক পাঞ্চ ভাইক লাগি ॥

পাণ্ডৱৰ বোলে, কৃষ্ণেয়ো গৈলন্ত,
হস্তিনাপুৰক প্ৰতি।
কৃষ্ণৰ চৰণে, ৰাম সৰস্বতী,
পদ বন্ধে নিগদতি॥
কুকথাক এড়ি, আৰে থাকা ৰবি,
কৃষ্ণ হেন মহা নাম।
জানি সৰ্ব্ব লোক, এড়ি হিংসা লোভ,
ডাকি বোলা ৰাম ৰাম॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মেজয়।
পাণ্ডৱত বিদায় যে কৰিলা সঞ্জয়॥
ধৃতৰাষ্ট্ৰ নৃপতি পঠাইলা যিবা আশে।
কহিলন্ত সঞ্জয়ে মনত নিশ্বাসে॥
পাণ্ডৱেৰো যি বুলিলা তাকে আকলিলা।
হস্তিনাপুৰক প্ৰতি আৰকা চলিলা॥
বসি আছে ধৃতৰাষ্ট্ৰে বহুল সভাত।
গধূলিকা সঞ্জয় প্ৰবেশ সি বেলাত॥
ধৃতৰাষ্ট্ৰ নৃপতিক দেখি বিদ্যমান।
প্ৰথমতে কহিলন্ত কৃষ্ণৰ প্ৰণাম॥
পাছে পাণ্ডৱৰ গৈয়া নমস্কাৰ কহি।
আপুনিও নাম্মিলেক সমাজত ৰহি॥

কহিলেক পাণ্ডৱৰ যতেক নিকাৰ।
বনবাস দুখত আছয় ছাল-হাড়॥
তথাপিতো অদভুত কৰ্ম্ম ভয়ঙ্কৰ।
ভীম কাল সৰ্পক দেখন্তে লাগে ডৰ॥
শুনি আছে ভীষ্ম দ্ৰোন কৰ্ণ দুৰ্য্যোধন।
ধৃতৰাষ্ট্ৰ শকুনি গান্ধাৰী দুঃশাসন॥
বাহ্লিক সৌবল আনো সবে আছে শুনি।
সভাত সঞ্জয়ে কহে ভীমৰ কাহিনী॥
সহস্ৰ লোহাৰ ভাড় মুখ্য গদা গোট।
ভীমৰ বাহুৰ বল সি সি সহে চোট॥
দুই হাতে দাঙ্গি এহি দুৰ্য্যোধন বুলি।
পৃথিবীত গদায়ে কোবাৰে তুলি তুলি॥
দুঃশাসন বুলি অৰণ্যৰ পশু ধৰি।
পকাই ছিঙ্গন্ত ঘাড় মুচড়ি মুচড়ি॥
কৰ্ণ কৰ্ণ বুলিয়া হাম্ফুলি কতো দূৰ।
মুষ্টি হানি পৰ্ব্বত সবক কৰে চুৰ॥
হেন মতে ক্ৰোধ বশে বনবাস গৈল।
অজ্ঞাত বাসৰ এবে সমাপতি ভৈল॥
লাগ লৈল পুৰাতন পাত্ৰ মন্ত্ৰিগণে।
বিৰাট নগৰে সবে আছে ৰঙ্গ মনে॥

বিৰাট কোশল ইন্দ্ৰসেন যে কুশল।
মাধৱ আসিয়া পাণ্ডৱৰ লাগ লৈল॥
কৃষ্ণৰ ভাগিন প্ৰিয় পুত্ৰ অৰ্জ্জুনৰ।
বিবাহ কৰাইলা অভিমন্যু কুমৰৰ॥
পাঞ্চো ভাই ভিন্নে ভিন্নে সাদৰি বিস্তৰ।
কুশল পুছিলা সৱে বন্ধু বান্ধৱৰ॥
তোমাক বুলিলে শুনা ধৃতৰাষ্ট্ৰ ৰাই।
প্ৰতিজ্ঞা সাম্ফলি আসি ভৈলো পাঞ্চো ভাই॥
দুঃখ পাইলো জানি হেন শুনি মোৰ বাক।
বিভাগিয়া অৰ্দ্ধ ৰাজ্য দিয়োক আমাক॥
অৱশ্যে নেদিবে জানো দুৰ্য্যোধন মন্দে।
তেবে তাক কোনে এড়িবেক বিনা দন্দে॥
এতেক বুলিয়া মোক পঠাই দিলে এথা।
আলচিবো যেন হবে মন্ত্ৰণাৰ কথা॥
বিদুৰে বোলয় হেন হবয় বিহিত।
অৰ্দ্ধৰাজ্য পাণ্ডৱক দিবাক উচিত॥
আমাৰ বচন শুনিয়োক নৃপবৰ।
পাণ্ডৱক লাগি তুমি সজায়োক ঘৰ॥
আগ বাঢ়ি তুমি পাণ্ডৱক আনা আগে।
গোবিন্দক প্ৰিয় বাক্য বুলিবাক লাগে॥

যদি বোলা দুৰ্য্যোধনে নমানে ইহাক ।
তেবে শুনা হিতপৰ মন্ত্ৰণা কথাক ॥
একক এড়িলে যদি সবে ৰক্ষা যাই ।
সিজনক এড়িলাত কিছু দোষ নাই ॥
সবে কুল ৰহোক মোহোৰ বোল কৰা ।
দুৰ্য্যোধন পাপিষ্ঠক দূৰে পৰিহৰা ॥
হিত বোল সুশুন সকলে কুৰুবল ।
একৈকৰ নিদানে সবংশে যাইবি তল ॥
যি কালত কোপে ধনঞ্জয় আসে ধাই ;
কি কৰিবে শকুনি পাশৰ মূল ঘাই ॥
কৰ্ণ দুঃশাসন আদি মন্ত্ৰী যত আছে ।
ভীমৰ প্ৰহাৰে মোক সুমৰিবি পাছে ॥
হেন শুনি ক্ৰোদ্ধে দুৰ্য্যোধনে বোলে বাক ।
সমাজক লাগি কোনে মাতিলে ইহাক ॥
কোনে মোক এড়িবে কাহাত কৰো আশ ।
কৰ্ণক সম্মুখি ৰাজা তুলিলেক হাঁস ॥
সৰ্ব্বকালে পাণ্ডৱক দেখে বৰ গোট ।
এক বেলি পাণ্ডৱে দেখিছে মোৰ চোট ॥
আৰু বাৰ আসে যদি যি কৰিবো পাছে ।
পাণ্ডৱৰ কথাক মোহোৰ মনে আছে ॥

কৰ্ণে বোলে পাণ্ডৱক নকৰিবা ডৰ।
দেখিছোঁ বীৰত্ব মঞি অৰ্জ্জুন ভীমৰ॥
দেৱৰ দুৰ্জ্জয় একো একো মোৰ শৰ।
অৰ্জ্জুনক লাগি তযু এত মান ডৰ॥
ডাঙ্গৰ শৰীৰ তাৰ থুলন্তৰ কাই।
এহিমানে পৰাক্ৰম ভীমৰ বড়াই॥
সমৰ নিয়ম ৰণ ধৰ্ম্ম একো গুণে।
নুহিকে সমান মোক ভীমেৰো অৰ্জ্জুনে॥
অনন্তৰে কৰ্ণক মাতিলা গুৰু দ্ৰোণে।
অৰ্জ্জুনক সমৰত জিনিবেক কোনে॥
সমাজৰ মাজত সবাৰে বল পাই।
মৰন্তেৰো নেড়িবাহা আপোন বড়াই॥
ভীষ্ম কৰ্ণ সমস্তে কৌৰৱ বিদ্যমানে।
গৰু নানি মৎস্যৰ আসিলা কি কাৰণে॥
অৰ্জ্জুনৰ শৰে পঙ্কাকুল ৰণ ভূমি।
সি বেলাত কোথাইত আছিলা কৰ্ণ তুমি॥
এনে কৰ্ণ কতবা আছিল পৰি পৰি।
লঙ্গটাই কাঢ়ি নিলে কঙ্কালৰ দৰি॥
ভীষ্মে উঠি বোলে দুৰ্য্যোধন মহাৰাজ।
বলৱন্ত সহিতে দন্দৰ কিবা কাজ॥

আপোনাৰ মধ্যস্থক চিনিয়ো আপুনে ।
অৰ্দ্ধ ৰাজ্য পাণ্ডৱক দিয়ো এতিক্ষণে ॥
অৰ্দ্ধ ৰাজ্য নেদস তাহাকো নেদো হাক ।
তাৰে আদথনি ৰাজ্য দিয়ো পাণ্ডৱক ॥
তাতে তুষ্ট হৈবন্ত পাণ্ডৱ মহা শান্ত ।
গুৰু গৌৰৱত ৰত ভকত একান্ত ॥
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ ।
এত হন্তে অস্তাঙ্গত ভৈল দিবাকৰ ॥
ৰাত্রি আসি মিলিল নিচিনি পৰাপৰ ।
সমাজ বিসৰ্জি ৰাজা গৈল অভ্যন্তৰ ॥
ভীষ্ম আদি কৌৰৱ বিদুৰ মহাবল ।
স্বকি স্বকি থানে চলি গৈলেক সকল ॥
পাণ্ডৱৰ বাৰ্ত্তা শুনি পৰম বিস্ময় ।
ধৃতৰাষ্ট্র নৃপতিৰ ভৈল মহা ভয় ॥
নুৰুচে ভোজন কাকো নেদে সন্নিধান ।
যেন মহা যোগীৰ লাগিল যোগ ধ্যান ॥
শয়ন কৰিলে নিদ্রা নিমিলয় ৰাতি ।
অনন্তৰে বিদুৰক অনাইলন্ত মাতি ॥
বিদুৰ আসিলা ধৃতৰাষ্ট্রে শুনি তাক ।
সকৰুণে অনেক বুলিলা প্রিয় বাক ॥

দেখা দেখা বাপুয়ে বিদুৰ আজি মোক।
কি কাৰণে মনৰ সুগুচে দুঃখ শোক॥
বাম উৰু বাম ভুজ স্কন্দে বাম কটি।
কিঁ কাৰণে বাপু মোৰ নাশয় ঘুমটি॥
বিছন্তেৰো সমস্ত শৰীৰ মোৰ পোৰে।
মৰণ বেলাত যেন শনিপাত জ্বৰে॥
সুকচে ভোজন পঞ্চামৃত যত ভোগ।
অভ্যন্তৰে পোড়ে যেন গৰ্ভশূল ৰোগ॥
বিদুৰে বোলয় দাদা সুমৰাইলা ভালে।
ডককৰ নিদ্ৰা নিমিলয় একো কালে॥
নিদ্ৰা নাশে চোৰৰ পৰৰ দেখি ধন।
নিদ্ৰা নাশে ব্যাধিমন্ত ৰোগী যিটো জন॥
নিদ্ৰা নাশে প্ৰবলক কৰে অপকাৰ।
নিদ্ৰা নাশে যাৰ শত অসংখ্যাত ধাৰ॥
পাণ্ডৱক অপকাৰ কৰি আছাঁ আগে।
তোমা-ঠৈৰ নিদ্ৰা দাদা নাশিবাক লাগে॥
কুট পাশ খেলি পাপ আচৰিলা ঘোৰ।
পাণ্ডৱৰ সম্বন্ধি তোমোৰা থাণ্ট চোৰ॥
ধৃতৰাষ্ট্ৰে বিদুৰে সম্বাদ ভৈল যত।
সংক্ষেপ পয়াৰে তাক নিবন্ধিবো কত॥

এহিমতে কথাতে আছয় দুয়োজন।
দুতয় প্ৰহৰ নিশি ভৈল নিৰ্বৰ্ত্তন ॥
তথাপিতো নৃপতিৰ নিদ্ৰা নিমিলয়।
বিদুৰৰ শুনন্তে যুগুত বাক্যচয় ॥
বিদুৰে বোলন্ত তযু পুত্ৰ মন্দ বৰ।
সৰ্ব্বকালে দুৰ্য্যোধন কপটৰ ঘৰ ॥
কৰ্ণ দুঃশাসন যে শকুনি সমে চাৰি।
আসম্বাৰ নিমিত্তে লাগিব মহামাৰি ॥
কৌৰৱ অৰণ্য মাজে তুমি বৃক্ষ গোট।
পাণ্ডৱ অগণি কৃষ্ণ বায়ুৰ আচোট ॥
সকলে অৰণ্য থান পুৰি নিবে জুই।
তুমি মাত্ৰ ৰহিবাহা চেঞ্চা পোৰা হুই ॥
কৌৰৱক পাণ্ডৱ সমৰ্থ নিজ বলে।
অগণিত বায়ু আৰু হৰি অনুকুলে ॥
একশত তনয় মৰিব তযু আগে।
শোক অগণিত চেঞ্চা পোৰা হুইবে লাগে ॥
শোক-মোহ আমাত নাহিকে বিদ্যমান।
সনাতন গুৰুত লভিলো দিব্য জ্ঞান ॥
ধৃতৰাষ্ট্ৰ বদতি বিদুৰ কৃপাময়।
মোক উপদেশ দিয়া সেহি জ্ঞানচয় ॥

মমত গুচোক মোৰ বন্ধু বান্ধবৰ।
তোমাৰ প্ৰসাদে তৰো শোক সমুদ্ৰৰ ॥
বিদুৰে বোলন্ত ক্ষত্ৰিং শুদ্ৰা গৰ্ভে জাত।
মুহিকে উচিত জ্ঞান কহিবে তোমাত ॥
যদি ইচ্ছা আছয় গুৰুক স্মৰো মনে।
ইঠাৱক লাগি চলি আসিব এখনে ॥
এহি বুলি বিদুৰে মনত কৰি সাৰ।
সনাতন গুৰুক স্মৰিলা বাৰম্বাৰ ॥
ব্ৰহ্মাৰ তনয় ভৃগু বশিষ্ঠতো বড়।
প্ৰমাণত দেখি যেন পঞ্চম বৎসৰ ॥
বিদুৰৰ বোলে লড়ি গৈলন্ত তেখনে।
দ্বাদশ আদিত্য যেন প্ৰকাশে গগণে ॥
অন্ধকাৰ ৰাত্ৰি দশোদিশ গৈল জ্বলি।
দেখিয়া বিদুৰে উঠিলন্ত কৃতাঞ্জলি ॥
এত হন্তে গৃহত পশিলা সনাতন।
বিদুৰে মাথাত কৰি দিলন্ত আসন ॥
পাদ্য অৰ্ঘ দিয়া ধৃতৰাষ্ট্ৰত জনাইল।
শুনি ধৃতৰাষ্ট্ৰে আসনৰ উঠি আইল ॥
চক্ষু নাহি নেদেখে বিদুৰে নিলে ধৰি।
নমিলন্ত ধৃতৰাষ্ট্ৰে প্ৰদক্ষিণ কৰি ॥

ধৃতৰাষ্ট্ৰে বিদুৰে পুছিলে যত যত।
ব্ৰহ্মাৰ তনয়ে কহিলন্ত সবে তত্ব॥
এহিমতে পুছন্তে সংশয় দূৰ গৈল।
অনন্তৰে প্ৰভাত সময় আসি ভৈল॥
নৃপতিৰ আগে বিদুৰৰ বাক্য গণ।
প্ৰভাততে ব্ৰহ্মাপুত্ৰ ভৈল অন্তৰ্দ্ধান॥
ধৃতৰাষ্ট্ৰে নিত্য কৰ্ম্ম অৱসান কৰি।
পাত্ৰ সমে সভাজত বসিলা আবৰি॥
ভীষ্ম দ্ৰোন সমে কৌৰৱৰ শত ভাই।
কৰ্ণ অশ্বত্থামা শকুনিয়ো সেই ঠাই॥
বেঢ়ি বেঢ়ি আছে যত কুৰু বীৰগণে।
সঞ্জয়ক মাতি আনিলেক সেহি থানে॥
ধৃতৰাষ্ট্ৰ সঞ্জয়ক মাতিলেক পাছে।
পাণ্ডৱৰ লগত মাধৱো তৈতে আছে॥
পাণ্ডৱৰ অৰ্থে কৃষ্ণে কি বুলিলা মোক।
ধনঞ্জয়ে কি বুলিলা তাক কহিয়োক॥
আমি জানো কৃষ্ণৰ কুটুম্ব দুয়ো ঘৰ।
বঢ়া-টুটা নাহি একো সম্বন্ধ কৃষ্ণৰ॥
কিবা পাণ্ডৱক যে অধিক স্নেহ কৰে।
কিবা দুয়ো ঘৰত সমান দামোদৰে॥

বৈসম্পায়ন বদতি শুনিয়ো জন্মেজয়।
ধৃতৰাষ্ট্ৰ নৃপতিৰ বচনে সঞ্জয় ॥
একে মন্দিৰতে কৃষ্ণ অৰ্জ্জুন শয়ন।
নিৰ্জ্জানত ৰৈল দ্ৰৌপদীও সেহিথান ॥
সত্যভামা সমে মাধৱক দেখি তথা।
সঞ্জয়ৰ মনত পৰিল সেহি কথা ॥
মাধৱৰ ৰূপ সিটো বচন স্মৰি।
মূৰ্চ্ছা গৈল সঞ্জয় যে পৃথিবীত পৰি ॥
মূৰ্চ্ছা গৈল সঞ্জয় মুকুত ভৈল চুলি।
দুই হাতে বিদুৰে ধৰিলা তাঙ্ক তুলি ॥
শুনি ধৃতৰাষ্ট্ৰ ৰাজা মনত বিকল।
গাৱত ঢালিলা আনি সুশীতল জল ॥
বস্ত্ৰ ধৰি বিছিলা সঞ্জয় সুস্থ ভৈলা।
পুনৰপি ধৃতৰাষ্ট্ৰে পুছিবাক লৈলা ॥
পুত্ৰতো অধিক স্নেহ তোক দশ গুণে।
কি দেখিলি সঞ্জয় বিকল কি কাৰণে ॥
সঞ্জয় বদতি শুনিয়োক নৃপবৰ।
অৰ্জ্জুনৰ গৃহত দেখিলো আথান্তৰ ॥
তাহাক স্মৰি মোৰ লোমাঞ্চ শৰীৰ।
বিচিত্ৰ সুন্দৰ ধনঞ্জয়ৰ মন্দিৰ ॥

হীৰা মৰকত যত মাণিক বাখৰে।
ফটিকৰ স্তম্ভ শাৰী শাৰী জিকি পাৰে॥
মাণিক প্ৰদীপচয় প্ৰকাশয় আতি।
যাহাৰ প্ৰকাশে নজানয় দিনৰাতি॥
স্থানে স্থানে পাৰিজাত মালতী বকুল।
দামে দামে থৈয়া আছে গুটি মালি ফুল॥
ধীৰে ধীৰে সুগন্ধি শীতল বায়ু বহে।
কুন্দ্ৰাক্ষৰ জালায়ে অগুৰু ধূম্ৰ বহে॥
ধূম্ৰক দেখিয়া ময়ূৰেও মেঘ বুলি।
গৃহত পৰিয়া নাচে পুচ্ছ তুলি তুলি॥
নকুল সহদেৱ অভিমন্যু যত যত।
সাত্যকিৰো যাইবাক নপাৰে যি থানত॥
তথাতে আছন্ত বনমালী ধনঞ্জই।
তৈক লাগি একদিনা চলি গৈলো মঞিঁ॥
ডৰে একো দিশক নচাওঁ চক্ষু মেলি।
মাথে বস্ত্ৰ দিয়া ধীৰে ধীৰে গৈলোঁ চলি॥
অভ্যন্তৰে পশিলোঁ শঙ্কিত কৰি বাট।
তথাতে দেখিলোঁ মঞিঁ চাৰিখানি খাট॥
দুগ্ধ ফেন সম তুলি তাহাৰ উপৰে।
এখানি খাটত শুতিচন্ত দামোদৰে॥

আজানুলম্বিত বনমালা শোভে গলে।
মকৰ কুণ্ডল ৰবি শশী সম জ্বলে॥
সজল জলদ অৰ্জ্জুনৰ শ্যামতনু।
ভ্রুৰযুগ জনে যেন মদনৰ ধনু॥
বিশাল বৰ্ত্তুল দেখিলোঁ তাহোঁ চাৰি হাত।
চাৰি অস্ত্র ধৰিবাৰ চিহ্ন আছে তাত॥
ঘুমটিৰ চলে নেমেলন্ত দুই আঁখি।
গাৱে পীত বসন বিজুলী সম দেখি॥
তথাতে দেখিলোঁ সত্যভামা দেবী আই।
মাধৱৰ লগত আছন্ত নিদ্রা যাই॥
অৰ্জ্জুনৰ পাৱ দুই দ্রৌপদীৰ কোলে।
সাবটিয়া সুন্দৰী আছন্ত কাম ভোলে॥
আৰৰ খাটত তান চৰণৰ পাছে।
অৰ্জ্জুনক দেখিলোঁ তথাতে শুতি আছে॥
ই তিনি ভুবনে যাক সম নাহি ৰূপে।
দ্রৌপদীয়ো শুতিছন্ত তাহান সমীপে॥
সিংহৰ লগত যেন শুতিছে সিংহিণী।
অৰ্জ্জুনৰ লগে সেহিমতে যাজ্ঞসেনী॥
দেখিলোঁ কৃষ্ণৰ মঞিঁ দুখানি চৰণ।
নিস্কিঞ্চন জনৰ বাঞ্চনি মোক্ষ ধন॥

ধ্বজ বজ্র পঙ্কজ অঙ্কুশ যাত জ্বলে।
এখানি দেখিলোঁ। অর্জ্জুনৰ বক্ষস্থলে॥
ৰাতুল চৰণ অর্জ্জুনৰ শ্যাম তনু।
মেঘত প্ৰকাশে যেন বাসৱৰ ধনু॥
বাম চৰণ বাম হস্ত সমে তাত।
থাপিলন্ত কৃষ্ণে সত্যভামাৰ কোলাত॥
বিস্ময় ভৈলোহোঁ। কিবা সোপন সচেত।
তাসম্বাৰ শয়ন দেখিলোঁ। এহিমত॥
ৰোমাঞ্চ শৰীৰ মোৰ কা স্প হাত ভৰি।
মাটিতে বসিলোঁ। মঞি :তাঞ্জলি কৰি॥
দণ্ডৱতে পৰি পৰি প্ৰণ মা তথাতে।
উঠি উঠি কৃতাঞ্জলি ব । দুই হাতে॥
মাতিবাক নুৱাৰিলোঁ। বচন নোলাই।
চিত্ৰৰ পুতলি যেন আছিলোঁাহেঁ। চাই॥
হৰিস লোতক দুয়ো নয়নৰ বয়ে।
এহিমতে আমাক দেখিলা ধনঞ্জয়ে॥
মোক দেখি অর্জ্জুনে কৃষ্ণত সঙ্কেতিল।
চৰণত টিপি মাধৱত জান দিল॥
জাগিলন্ত কৃষ্ণেও মেলিলা দুই আখি।
চৰণ থৈবাৰ থাট খানি আগে দেখি॥

চৰণে ঠেলিয়া মোক দিলন্ত বঢ়াই।
মাথা পাতি লৈলোঁ মঞিঁ খাট খানি পাই॥
প্ৰদক্ষিণ কৰি চৰণৰ ধুলি লৈলোঁ।
খাটখানি থৈয়া মঞিঁ মাটিতে বসিলোঁ॥
অনন্তৰে কৃষ্ণে মোৰ মুখ চাই চাই।
মধুৰ বচনে মোৰ আনন্দ বঢ়াই॥
অল্প অল্প হাসি পুছিলন্ত লাসে লাস।
কি কাৰণে সঞ্জয় আসিলা মোৰ পাশ॥
আমি বোলোঁ বিদায় কৰিলোঁ বনমালি।
হস্তিনাপুৰক প্ৰতি চলি যাইবো কালি॥
গোবিন্দে বোলন্ত অব্যাহতে চলি যাহা।
কিন্তু মোৰ বাৰ্ত্তা তুমি জেঠাত জনাহা॥
ভাতৃৰ তনয় প্ৰিয় পুত্ৰে এৰে সৰি।
তাঙ্ক দুঃখ দিলে যম যাতনাত মৰি॥
ধৰ্ম্মময় বৃক্ষ যুধিষ্ঠিৰ মহাবল।
নকুল সহদেৱ তাতে ভৈল ফুল ফল॥
ভীম ধনঞ্জয় তাতে ভৈল দুই ডাল।
মঞিঁ দৃঢ় শিফা মূলে ভেদিছোঁ পাতাল॥
ফল পুষ্পে শোভন সম্পূৰ্ণ দেখি যাক।
সহস্ৰ বতাসে মিলি কি কৰিবে তাক॥

অধম আচাৰ বৃক্ষময় দুৰ্য্যোধন।
দুই ডাল ভৈল তাৰ কৰ্ণ দুঃশাসন॥
ফল পুষ্প ভৈল তাৰ ঊনুশত ভাই।
পচা শিফা ভৈল তাৰ শকুনি মমাই॥
প্ৰচণ্ড বতাস হুইবে পাণ্ডৱ সকল।
পাণ্ডৱ বায়ুৰ সখা মঞিঁ নিজ বল॥
অল্প বতাসতে সিটো বৃক্ষ ভাগি পৰি।
বৃক্ষৰূপ সমস্তে কৌৰৱ যাইবে মৰি॥
আকে জানি অৰ্দ্ধ ৰাজ্য দিৱন্তোক আগে।
সব সিজিবোক দন্দ বিবাদ নলাগে॥
সঞ্জয়ে বোলন্ত হেন কথা শুনি মঞিঁ।
পুনৰপি মাধৱক বুলিলো বিনই॥
কৌৰৱ যে পাণ্ডৱ কুটুম্ব দুয়ো ঘৰ।
আত কেনে বিষম দেখাহা দামোদৰ॥
গোবিন্দে বোলন্ত মঞিঁ সবে কাৰ্য্য বুজোঁ।
কিন্তু ধনঞ্জয়ৰ ধাৰক নভু সুজোঁ॥
স্বৰূপ বচন কহোঁ শুনিয়ো সঞ্জয়।
এক দিকি প্ৰাণসম সখি ধনঞ্জয়॥
আৰু দিকি আছে মোৰ যত পত্নিগণ।
যদুবীৰগণ সেহি দিকি সংকৰ্ষণ॥

পিতৃ মাতৃ সমে উগ্রসেন মহীপাল।
আপুনাৰ দেহকো আড়িলোঁ সেহি কাল॥
বন্ধুগণ সহিতে এড়িবে পাৰোঁ দেহ।
ততোধিক দশগুণে অৰ্জ্জুনক স্নেহ॥
শৰীৰ পৰিলে পুনৰপি দেহ পাই।
প্ৰাণসম অৰ্জ্জুনক এড়ন নযাই॥
প্ৰফুল্ল নয়ন পূৰ্ণানন্দ ঘনশ্যাম।
আপুনাৰ নয়নে দেখিলোঁ অনুপাম॥
যোগিগণে যাহাক নপাৰে ধ্যান কৰি।
হেনয় কৃষ্ণৰ মঞিঁ পৰশিলোঁ ভৰি॥
হেন শুনি ভীষ্ম দ্ৰোণে উঠি আসনৰ।
সাধু সাধু ভকত বৎসল দামোদৰ॥
বাক্য গদ গদ মুখে সুমৰন্ত ৰাম।
পৃথিবীত মাধৱক কৰিলা প্ৰণাম॥
সাধু সাধু ভকত বৎসল বনমালী।
দণ্ডৱতে বিদুৰো পৰিলা এহি বুলি॥
পাণ্ডৱৰ পক্ষ যত কুৰু বীৰগণে।
ধৃতৰাষ্ট্ৰে মাধৱক নমিলেক মনে॥
কৰ্ণ দুঃশাসন দুৰ্য্যোধন সমে বসি।
মাধৱৰ কথা শুনি তুলিলেক হাঁসি॥

অন্যো অন্যে বুলিলেক মুখ চাই চাই।
যাদৱৰ সমান নিলাজ কেহো নাই ॥
কাৰ সখি নাহিকে এনুৱা কৈত আছে।
ভাৰ্য্যা স্বামী সমে চাৰি জন আগে পাছে ॥
স্বভাৱে লুম্পট মাধৱৰ লাজ নাই।
অৰ্জ্জুনো পাগল ভৈল তাৰে সঙ্গ পাই ॥
কৰ্ণে উঠি বোলন্ত নাৰীসে মুখ্য ঘট।
মাধৱত পৰে নাই এনুৱা লুম্পট ॥
দুঃশাসনে বোলয় এনুৱা কাৰ আছে।
নাৰীত নিলাজ পৰ-আপুন নবাছে ॥
দুখা ভীক্ষী কাহাতো নাহিকে ভিন্ন পৰ।
দ্বাৰকা যুৰিলে খিলিঙ্কাৰে যে ইহাৰ ॥
নিলাজ সঞ্জয় ইটো তাৰে কথা কহে।
তাকে শুনি প্ৰণামন্ত ভীষ্ম পিতামহে ॥
অৰ্জ্জুনৰ দিকি ভৈল তাকে শুনি পিতা।
ৰাজ্য নেদো বোলন্তে কৰন্ত বৰ চিন্তা ॥
তাকে শুনি ডৰাৱন্ত বিদুৰ খুৰাই।
কুৰু নৃপতিৰ কেহো আন্তা নতু পাই ॥
ভীষ্মে উঠি বোলে দুৰ্য্যোধন শুন শুন।
কতনো কহিবো কুৰু নৃপতিৰ গুণ ॥

দুঃশাসন শকুনি প্ৰবল কৰ্ণ তুমি।
কোন যুদ্ধে পাণ্ডৱৰ কাঢ়ি লৈলা ভূমি॥
এক থান হুয়া যত পাত্ৰ মন্ত্ৰী লোক।
কৃষ্ণক নিন্দস তেহে কি কৰিলে তোক॥
পৰ্ব্বতক কিলাইলে হাতত দুঃখ পাই।
নভাগয় শিলা তাৰ ভ্ৰুভঙ্গো নাই॥
অভিমান এড়ি পাপী মনে মনে গুণ।
ত্ৰিভুবনে পাণ্ডৱক সমে আছে কোন॥
অৰ্জ্জুনৰ শৰে পঙ্কাকুল হুইবি মৰি।
তোহোৰ লগত আমি হুইবো শয়ন্তৰি॥
সঞ্জয় বদতি শুনা কৰ্ণ দুৰ্য্যোধন।
পাণ্ডৱৰ লগত অনেক বীৰগণ॥
প্ৰথমতে শিখণ্ডী মাথাত দীৰ্ঘ কেশ।
নীল বস্ত্ৰ পৰিধান শৰীৰ সুবেশ॥
কৃষ্ণবৰ্ণ ঘোঁড়া কাউৰৰ ধ্বজ যাৰ।
ভীষ্মক বধিবে সেই কৰে অঙ্গীকাৰ॥
তাৰে ভাই ধৃষ্টদ্যুম্ন পুত্ৰ দ্ৰুপদৰ।
ত্ৰিশূল সদৃশ শৰ দেখি ভয়ঙ্কৰ॥
হৰ বৰ পাইলা ধৃষ্টদ্যুম্ন নাম যাৰ।
গুৰু দ্ৰোণ বধক কৰয় অঙ্গীকাৰ॥

সময় উপেখি কৌৰৱৰ দোষ সহি।
মহা কোপে ফোকাৰন্ত ভীম কাল অহি॥
দুর্য্যোধন আদি কৌৰৱৰ শত ভাই।
অঙ্গীকাৰ পুৰি ভীমে মাৰিবে কোবাই॥
দেৱতাৰ দুর্জ্জয় পৰম বলীয়াৰ।
পূজিলন্ত শঙ্কৰে বীৰত্ব দেখি যাৰ॥
হেন ধনঞ্জয়ে কৌৰৱক কোপ মনে।
সর্পে যেন ফোকাৰ তেজন্ত ঘনে ঘনে॥
ধৃতৰাষ্ট্ৰ বদতি শুনিয়ো দুর্য্যোধন।
দুর্জ্জনৰ সঙ্গত দুষ্টালি তোৰ মন॥
কর্ণ দুঃশাসন যে শকুনি মুখ্য পাত্ৰ।
তোক নষ্ট কৰিলেক তিনিজনে মাত্ৰ॥
ভিনিৰো বচন নু শুনিবি দুৰাচাৰ।
পাণ্ডৱক অৰ্দ্ধ ৰাজ্য দিয়ো আপুনাৰ॥
দ্ৰোণে শিখাইলন্ত অস্ত্ৰ শিখিল সকল।
তৈসানিয়ো পৰাক্ৰমী পাণ্ডৱ প্ৰবল॥
আৰো দেৱতাৰ অস্ত্ৰ শিখিল সম্প্ৰতি।
পাণ্ডৱক জিনিবেক কাহাৰ শকতি॥
অর্জ্জুনৰ প্ৰহাৰ লভিয়া একে জোপে।
অনাযুদ্ধে ভঙ্গ দিবে ভীষ্ম দ্ৰোণ কৃপে॥

দুর্য্যোধন বদতি নকৰো কাত গহ।
নলাগে যুঁজিবে দ্রোণ ভীষ্ম পিতামহ॥
আকে মাত্র সাধো কর্ণ থাকোক কুশলে।
শকুনি মমাই দুঃশাসন মহাবলে॥
আপুনাৰ শত ভাই কৰিবো সমৰ।
পাণ্ডৱক লাগি তযু এত মান ডৰ॥
বৈৰক নিদলি ঘোৰ সমৰত ছেদোঁ।
অঙ্গুষ্ঠ প্রমাণ ৰাজ্য পাণ্ডৱক নেদোঁ॥
ভীষ্মে উঠি বোলে এত মান গহকাৰ।
দেৱতাৰ অংশে পাঞ্চ পাণ্ডুৰ কুমাৰ॥
আছোক মনুষ্য নুৱাৰিবে দেৱগণে।
পাণ্ডৱক ৰণত জিনন্তা আছে কোনে॥
দুর্য্যোধনে বোলয় চটুৱা বৰ তুমি।
পাণ্ডৱৰ আমাৰ জনম একে ভূমি॥
সিটো কুন্তী আমি গান্ধাৰীৰ গৰ্ভে জাত।
কেন মতে চাটু কথা কহৱা আমাত॥
কৌৰৱ পাণ্ডৱ কুল সবে একে বংশ।
তাত কেনে প্রশস্ত পাণ্ডৱ দেৱ অংশ॥
বৃদ্ধৰ কুমতি হেন চাটু পটু বাক।
সেই সেই দেৱতা তোমৰা বোলা যাক॥

কৌৰৱৰ থাৱা মনে পাণ্ডৱৰ বশ্য।
চতুৰন্তা নাহি কেহো আমিতো মনুষ্য ॥
ধৃতৰাষ্ট্ৰে বদতি যে শুনিয়ো সঞ্জয়।
পাণ্ডৱৰ প্ৰৱল কোননো বীৰচয় ॥
কৌৰৱক যুঁজিবাক উপায় বিস্তৰ।
কোনে কোনে উৎসাহ বঢ়াবে পাণ্ডৱৰ ॥
সঞ্জয় বদতি যে বিৰাট নৃপবৰ।
সাত্যকিৰো উৎসাহ বঢ়াৱে পাণ্ডৱৰ ॥
দ্ৰুপদ প্ৰমুখ্যে অসংখ্যাত ৰাজাগণ।
কৌৰৱক যুঁজিবাক সবাৰে যতন ॥
ধৃতৰাষ্ট্ৰে বোলে দুয়ো ঘৰে দন্দ কৰি।
কোন ঘৰে জিনিবে যাইবেক কোন মৰি ॥
ঘোৰ সমৰত কোন ঘৰ হুইবে জয়।
স্বৰূপ বচন মোত কহিয়ো সঞ্জয় ॥
এত হন্তে ব্যাস আইলা সঙ্গে শিষ্যগণ।
সমাজক আসিলন্ত মুনি দ্বৈপায়ন ॥
ব্যাস আসিবাৰ শুনি ধৃতৰাষ্ট্ৰ ৰাই।
সুবৰ্ণৰ সিংহাসন দিলন্ত বঢ়াই ॥
পাদ্য অৰ্ঘ দিলা সঞ্জয়ৰ অনুমতি।
অনন্তৰে ধৃতৰাষ্ট্ৰে ব্যাসত দিবত ॥

শুনা শুনা পিতৃ যে স্বৰূপ বাক্য মোৰ।
কৌৰবে পাণ্ডৱে যুদ্ধ মিলিবে দুর্ঘোৰ॥
কোনে যুদ্ধ জিনিবে হাৰিব কোনে ৰণ।
শুনি ব্যাসে সঞ্জয়ক বুলিলা বচন॥
ধৃতৰাষ্ট্রে যি পুছিলা শুনিলোহো আমি।
আমাৰ আদেশে আক কহিয়োক তুমি॥
সঞ্জয় বদতি শুনিয়োক নৃপবৰ।
শুনিয়োক কহো যিবা জিনিবে সমৰ॥
ক্ষমা দায়া লজ্জাত যাহাৰ তুষ্ট মতি।
ধৰ্ম্ম বিনে যাৰ অধৰ্ম্মত নাহি ৰতি॥
ধৰ্ম্মক নেড়িলে হাৰ নছাৰন্ত সঙ্গ।
এতেকতে পা ৱৰ নাহি ৰণ ভঙ্গ॥
বিচাৰত তভো নৰ নাৰ য়ণ সাৰ।
কৃষ্ণ ধনঞ্জয় ৰূপে ভৈলা অৱতাৰ॥
পৃথিবীৰ ভাৰ সংহৰিবে মন কৰি।
বধিবন্ত দুষ্ট দৈত্য দেৱতাৰ বৈৰী॥
ধৃতৰাষ্ট্রে বোলে কৃষ্ণ ধনঞ্জয় মানো।
তই যে জানস মই কিসক নজানো॥
সঞ্জয়ে বোলন্ত তোৰ নাহিক ভকতি।
সৰ্ব্বদায়ে পুত্ৰ গৃহ বাসে আশকতি॥

সি কাৰণে মাধৱক নজানাহা তুমি।
ভকতি প্ৰবলে গোবিন্দক জানো আমি॥
ধৃতৰাষ্ট্ৰ বদতি শুনিয়ো দুৰ্য্যোধন।
সঞ্জয়ে কহিলা শুনো কৃষ্ণ নাৰায়ণ॥
কৃষ্ণক আনিলে পাণ্ডৱক ঐতে পাই।
ধেনুক বান্ধিলে যেন বৎসো তৈকে যাই॥
হেন শুনি দুৰ্য্যোধনে দিলেক উত্তৰ।
সৰ্ব্বকালে কৃষ্ণ কূট কপটৰ ঘৰ॥ ১২০
বাহিৰেয়ো কলীয়া ভিতৰে তাৰ কাল।
কপটীত শৰণ লৈলেক নাহি ভাল॥
একো কালে কপটীত নকৰি বিশ্বাস।
আনক বাকলি দি আপুনি ভুঞ্জে শাঁস (১)
চোৰক ভণ্ডাৰ লুভুনীক হাণ্ডিশাল।
সৰ্প সমে ইষ্টতা নৰহে চিৰকাল॥
অৰ্জ্জুনে সহিতে যাবে ইষ্ট দামোদৰ।
আচোক শৰণ নাম নুশুনো কৃষ্ণৰ॥
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
আত অনন্তৰে কথা শুনা পাণ্ডৱৰ॥

---

(১) বঙ্গলা শব্দ অ—শাহ।

যুদ্ধক উদ্যোগ পাণ্ডৱৰ বীৰ গণ।
অস্ত্ৰ শস্ত্ৰ ধৰি যুঁজিবাক ধাই মন॥
ধৃষ্টদ্যুম্ন শিখণ্ডী বিৰাট যুযুধান।
নৃপতিৰ সমাজত ভৈল এক স্থান॥
ভীমসেন নকুল যে সহদেৱ দুই।
সমাজত বসিলন্ত এক স্থান হুই॥
যুধিষ্ঠিৰ নৃপতি বসিলা সেহি স্থানে।
মাধৱে পাৰিয়া দিলা দিব্য সিংহাসনে॥
যুধিষ্ঠিৰে মাধৱক দিয়াইলা আসন।
সেহি বেলা অৰ্জ্জুন তথাতে উপসন॥
সমাজ প্ৰবেশ দেখি তিনি মহাবল।
গাৱ চালি উঠিলেক সমাজ সকল॥
সম্ভাসা কৰিলা মাতি যাক যেন মত।
যুধিষ্ঠিৰ প্ৰথমে বসিলা আসনত॥
ৰাজা গণ পাচে বসিলেক স্বকি স্থানে।
একাসনে বসিলা অৰ্জ্জুন নাৰায়ণে॥
পাণ্ডৱক উপাসি গৌৰৱে বীৰবলে।
বাসৱক বেঢ়ি যেন ত্ৰিদশ সকলে॥
শুনি আছে সকল সমাজে নিৰন্তৰে।
যুধিষ্ঠিৰে কৃষ্ণক মাতিলা ধীৰে ধীৰে॥

ইটো দুষ্খ নিকাৰ সহিবো কত কত।
দেখা দেখা কৃষ্ণ পাণ্ডৱৰ দুঃখ যত॥
মহা কূট পাশে দুর্য্যোধন দুৰাচাৰ।
চলে বলে ৰাজ্য কাঢ়ি লৈলেক আমাৰ॥
অদ্যাপিয়ো থিৰ নোহে উদবিগ্ন মতি।
দৰিদ্ৰৰ আশা যেন শাক অন্নে ৰতি॥
দৰিদ্ৰ জনৰ ইহলোকে সুখ নাই।
দিবে নপাৰিলে ইষ্ট কুটুম্ব নপাই॥
দৰিদ্ৰ জনৰ একে বনবাস বিনে।
পৰলোকে দুঃখী হবে দান পুণ্য হীনে॥
ধনৱন্ত প্ৰাণীৰ সিজই সবে ধৰ্ম্ম।
দিলে থৈলে তাহাক কৰয় সবে মৰ্ম্ম॥
সহস্ৰ সংখ্যাত ধন বস্তু থাকে যাৰ।
দুৰ্গুণেয়ো সুগুণ সকলে গুণ তাৰ।
এতেকে মাধৱ দুঃখী জানিবা আমাক।
ধনৱন্ত দুৰ্য্যোধন জানিবাহা তাক॥
সঞ্জয়ে কহিলা যত স্বৰূপ কথাক।
জানিবা কৌৰৱে ৰাজ্য নেদই আমাক॥
নিকাৰ স্মৰন্তে দ্ৰৌপদীৰ দেখি মুখ।
আত পৰে পাণ্ডৱৰ আছে কোন দুখ॥

ক্ষত্ৰি জাতি ধিক হেন পৰম নিঠুৰ।
জ্ঞাতি বৈৰী হিংসা যেন কুকুৰে কুকুৰ॥
মহাজ্ঞানী বৈৰী জানা পাতকক ডৰ।
শয়নতো নিদ্ৰা নিমিলয় ৰাত্ৰি মোৰ॥
পিতামহ জেঠা সোদৰক কৰি হত।
কিবা সুখে পৃথিবী লভিবো সমৰত॥
মাধৱে বোলন্ত দদা হেনসে বিহিত।
শত্ৰুক নিদলি ৰাজ্য লৈবাক উচিত॥
মহা দুখে বাট চাই পৰিহৰি শোক।
আশা কৰি আছন্ত তোমাৰ বন্ধু লোক॥
এবে যদি ৰণ এড়া ক্ষত্ৰিয়ৰ ধৰ্ম্ম।
শুনি তযু বন্ধুগণে কৰিবন্ত মৰ্ম্ম॥
শুনা দদা হিত পৰ মন্ত্ৰণা যুগুত।
কৌৰৱৰ পাশে মোক পঠায়োক দূত॥
তোমাৰ কাৰণে দূত হুয়া চলি জাঞোঁ।
ৰাজ্য দেই নেদে কৌৰৱত পুছি চাঞোঁ॥
যদি ৰাজ্য নেদে সমৰক কৰি সাৰ।
কৌৰৱক মাৰি ৰাজ্য লৈয়ো আপুনাৰ॥
হেন শুনি যুধিষ্ঠিৰে বুলিলন্ত বাক।
কোন সতে দূত কৰি পঠাইবো তোমাক॥

মহাপাপী দুষ্ট দুৰ্য্যোধনৰ সমাজ।
স্ত্ৰীমদে অন্ধ কাকো নাই ভয় লাজ॥
সৰ্ব্বকালে হিত তুমি জানিয়া আমাৰ।
পাপী দুৰ্য্যোধনে নকৰিবে সতকাৰ॥
কটুৰতা অনেক বুলিবে মন্দ বাক।
সমাজত সিংহাসন নেদিবে তোমাক॥
মাধৱে বোলন্ত যাইবো কৌৰৱ সমাজ।
সাধিবাক পাৰিবো আমিসে তযু কাজ॥
তযু অৰ্দ্ধ ৰাজ্য খুঁজি যাবো আগ ধৰি।
ৰাজ্যক নিদিবে তাক জানো নিষ্ট কৰি॥
শুনা শুনা দদা নিষ্ট কৰি কহো সাৰ॥
বিনা যুদ্ধে ৰাজ্য সুখে নেদিব তোমাৰ॥
তথাপিতো যাইবো লোক অপবাদ ডৰে।
সম্বন্ধত আমাৰ কুটুম্ব দুয়ো ঘৰে॥
লোকে হেন বুলিবে কৃষ্ণেসে বৰ মন্দ।
সময়ন্তি কৰি কিয় নভাঙ্গিলে দন্দ॥
সি কাৰণে বংশৰ মাজত কটাকটি।
অন্যএৰ দোষ নাই মাধৱৰ ঘাটি॥
হিত উপদেশ হেন যুগুত উত্তৰে।
যুধিষ্ঠিৰে কৃষ্ণক মাতিলা ধীৰে ধীৰে॥

তযু মকৰন্দ পদ্ম চৰণৰ ঘ্ৰাণে।
সদায়ে নিৰ্ম্মল চিত্ত মহাজন মানে॥
তযু লীলা গুণ কৰ্ম্ম সুঁমৰি সুঁমৰি।
তাসম্বাৰ কৃপালেসে ভৱভয় তৰি॥
তুমি মোৰ নাৰায়ণ তাসম্বাৰ পতি।
তোমাৰ হেনসে স্নেহ পাণ্ডৱক প্ৰতি॥
অযুগুত কৰ্ম্ম সেৱকৰ যোগ্য নুই।
কৌৰৱৰ পাশক চলিবা দূত হুই॥
দূত হুই যাইবা যেবে তথাপি নবাধো।
এখানি গোচৰ তযু চৰণত সাধো॥
কৌৰৱৰ হিংসাবাদ অপমান পাই।
তঙ্ক নামে চাণ্ডালক সহন নযাই॥
সি কাৰণে সমৰক অভিলাষ কৰো।
তথাপিতো জ্ঞাতি বধ পাতকক ডৰো॥
এতেকেসে দুৰ্য্যোধন নৃপতিৰ পাশে।
মৃদুতৰ বচন বুলিবা লাসে লাসে॥
ভেদ দন্ত নুবুলি বুলিবা প্ৰিয় সাম।
ৰাজ্য নেদে যদ্যাপি মাগিবা পাঞ্চ গ্ৰাম॥
তথাপিতো আমাৰ দন্দত কাৰ্য্য নাই।
তাকে সেৱা কৰিয়া থাকিবো পাঞ্চো ভাই॥

ভীমে উঠি বোলন্ত শুনিয়ো জনাৰ্দ্দন।
মহা ঘোৰ সমৰক মোৰো নাহি মন ॥
একে থানে জন্ম সবে কুৰু পাণ্ডৱৰ।
গুণি চাৱা কৃষ্ণ আমি কেদূৰ অন্তৰ ॥
অমৰ্য্যাদ যদি দুৰ্য্যোধন দুৰাচাৰ।
তথাপি সম্বন্ধে হবে ভাই আপুনাৰ ॥
ভাই ভাই বিৰোধী দুৰ্গুণ কাৰ্য্য কহে।
সি সি মহাজন যিটো দুৰ্গুণকো সহে ॥
যদ্যাপি বিৰোধী তভো ভাই আপোনাৰ।
ভাইৰ দোষ নসহি সহিবো দোষ কাৰ ॥
গ্ৰীষ্মকালে শীতল চন্দন বিন্দু পানী।
তেনয় শুনোহো আবে গোচৰৰ বাণী ॥
ভিক্ষা মাগি খাইবো ঘৰে ঘৰে চিৰকাল।
তথাপি মাধৱ বিবাদত নাই ভাল ॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মেজয়।
কৃষ্ণে যেবে শুনিলা ভীমৰ বাক্যচয় ॥
শিলা যেন পানী ভৈল অগনি শীতল।
হীন ভৈল যেন ব্ৰাহ্মণৰ তেজবল ॥
সৰ্ব্বকালে কঠিন কটৰ ভয়ঙ্কৰ।
সকৰুণ বাক্য নাই ভীমৰ মুখৰ ॥

ভীমৰ সদয় বাক্যে দুঃখ বৰ মন।
অনন্তৰে কৃষ্ণে তাঙ্ক বুলিলা বচন ॥
শুনা শুনা ভীম যদি মহন্তৰ গোপ।
আজি কেনে এড়িলাহা কৌৰৱক কোপ ॥
কৌৰৱৰ অপকাৰ সুঁমৰি সুঁমৰি।
অৰণ্যৰ মাজত দাৰুণ গদা ধৰি ॥
ক্ৰোধত পাসৰি জ্ঞান বাতুল আকাৰ।
মাথা পুতি গদাত আলম্বি বাৰে বাৰ ॥
ক্ৰোধে গদা ধৰিয়া হাম্ফুলি বাৰম্বাৰ।
কৌৰৱ বুলিয়া অৰণ্যৰ চিন্তা মাৰ ॥
ভাই ভাই নাহিকে আলাপ ৰঙ্গ হাঁসি।
মহা শোকে দুঃখে যেন কুবেশী প্ৰবাসী ॥
কতো কতো নিদ্ৰা কৰা দুঃখ অপমানে।
সোপনতো কৌৰৱক পাবা সেহি থানে ॥
আৰ্ত্তনাদ কৰি আসি তুলি লৱা শূল।
লোকে দেখি বোলে ভীম ভৈলেক বাতুল ॥
সৰ্ব্বকালে জানো তুমি পুৰুষ বিষম।
আজি কেনে ভৈলা দদা নপুংসক সম ॥
বৃকোদৰ বদতি শুনিয়ো দামোদৰ।
নতু গুচে পৰাক্ৰম দুৰ্জয় ভীমৰ ॥

শৰীৰতো বল আছে আছে গদা ঘোৰ ।
লোক অপবাদক তথাপি ভয় মোৰ ॥
লোকে হেন বুলিবে কপটী বৃকোদৰ ।
এক বেলি দোষ নেখেমিলে ভায়েকৰ ॥
ভীষ্ম দ্ৰোণ সমস্তে কৌৰৱ আপুনাৰ ।
তেসম্বে বুলিবে ভীম কিনো দুৰাচাৰ ॥
ধনঞ্জয়ে বোলন্ত আমাৰো হেন মতি ।
অলপৰ নিদানে দন্দৰ কিবা খতি ॥
একে থানে জনম কৌৰৱ পাণ্ডুকুল ।
দুয়ো ঘৰ তোমাৰ কুটুম্ব সমতুল ॥
দুয়ো ঘৰ কুশলে থাকিবো চিৰকাল ।
তুমি যাৰ কুটুম্ব তেবেতো তাৰ ভাল ॥
নকুল বদতি দদা শুনা দামোদৰ ।
যেন মতে ৰুচিকৰ তোমাৰ মনৰ ॥
সি বেলাত যেন হৱে প্ৰস্তাব বিহিত ।
তেনে তেনে কৰিবা তোমাৰ মনোনীত ॥
সহদেৱ বদতি শুনিয়ো দামোদৰ ।
নকৰিবা সময়ন্তি কুৰু পাণ্ডৱৰ ॥
সৰ্পে মূষে (১) ইষ্টতা নৰহে চিৰকাল ।
আৰ কি কৌৰৱে পাণ্ডৱক দেখে ভাল ॥

(১) মূষিক, এন্দুৰ, সালয়া

চুল ধৰি দ্ৰৌপদীক ঘষাই আছে আগে।
পাণ্ডৱৰ মনত কৌৰৱ আৰো লাগে॥
কৌৰৱেয়ো আমাক নেড়িব তক্ষ ৰাগ।
কৈত শুনিয়াছা একে চোঙ্গে দুই বাঘ॥
বতাসৰ তুলা যে শংসাৰ যেন টোল।
যুধিষ্ঠিৰ ভীম অৰ্জ্জুনৰো সেহি বোল॥
তেসম্বে নুযুঁজে যদি কহো সাৰে সাৰ।
একেশ্বৰে কৌৰৱৰ চিন্তিবোহো মাৰ॥
তুমি মাত্ৰ সহায় হইবাহা চক্ৰপাণি।
নিগুটি কৰিবো কৌৰৱক শৰ হানি॥
সহদেৱ বাক্যত ও বিচাৰত সাৰ।
শুনি ৰাজাগণে প্ৰশংসিলা বাৰম্বাৰ॥
সাত্যকি বদতি দদা মোৰো এহি চিত।
কৌৰৱক মাৰিতে সবাৰে মনোনীত॥
কহে ৰামসৰস্বতী আন কাম এড়ি।
পাতক ছাড়োক ডাকি বোলা হৰি হৰি॥

দ্ৰোপদ নন্দনী মনে গুণি স্বামী সকলৰ বাক্য শুনি
ৰাজহংস গতি চলি যান্ত ধীৰে ধীৰ।

যথাত আছন্ত দেৱ হৰি নৃপতি সকলে মধ্য কৰি
তথাকে চলিলা বহে নয়নৰ নীৰ ॥
নেতৰ বসন পৰিধান মাথাৰ মালতী কৰে ঘ্ৰাণ
বহল জংঘনি তনু আতি মধ্যাক্ষীণ।
নিতম্ব যৌবন তন ভৰে শোকে নয়নৰ নীৰ ঝৰে
পূৰ্ণচন্দ্ৰ যেন কলঙ্কে ভৈলা মলিন ॥
মাধৱৰ গৈয়া সমীপত দ্ৰৌপদ নন্দনী উপগত
মাথে বস্ত্ৰ দিয়া বচন বুলিলা শোকে।
দেখা দেখা মোক দামোদৰ অনাথিনী নাই মোত পৰ
দেখিলে বিপত্তি কুৰু সমাজৰ লোকে ॥
চুল ধৰি দুঃশাসন বাঘে ধৃতৰাষ্ট্ৰ শ্বশুৰৰ আগে
ঘঁসাইলেক মোক অনাথিনী পৰবাসু।
পাঞ্চ পতি মোৰ সেহি থানে বিলাই বিপত্তি ভৈল মানে
আগতে আছিল গান্ধাৰিণী জ্যেষ্ঠা শাশু ॥
পাঞ্চ পতি সমে পাশা জিনি দাসী কৰিলেক দুৰ্য্যোধনি
লাজ কৰিলেক ভীষ্ম শ্বশুৰৰ আগে।
সি বেলাত মোৰ নাহি আন তোমাৰ চৰণ কৰি ধ্যান
নাৰায়ণ নাম সুঁমৰিলো অনুৰাগে ॥
তেবেসে শ্বশুৰে দিলে বৰ পাঞ্চ পাণ্ডৱৰ ধনুশৰ
উদাস কৰিলো পাঞ্চোপতি সমে মাগি।

কৌৰৱে আলোচি কৰি সাস পাঞ্চ পাণ্ডৱৰ বনবাস
চঙ্কাই খেদিলে ঘোৰ অৰণ্যক লাগি ॥
সি সে কৌৰৱৰ অপমানে বিলাই বিপত্তি ভৈল মানে
ভীমৰ বচনে আবকা দিলে বঢ়াই।
ধৰ্ম্ম নৃপতিৰ অভিপ্ৰাই তুমি যাইবা কৌৰৱৰ ঠাই
সাম্যতা বচন বুলিবা প্ৰিয় বুজাই ॥
ইবেলি কৌৰৱে আন এড়ি মোক মাৰিবেক জুইত পুৰি
তেবে পৰাক্ৰম ভীমৰ সিজে বঢ়াই।
তুমি বিনে ইটো দুঃখ ত্ৰাণ কৰন্তা নাহিকে মোৰ আন
ভীম অৰ্জ্জুনৰ বীৰত্ব ভৈলেক ছাই ॥
ধিকাৰ ভীমৰ বাহুবল, ধিক্ অৰ্জ্জুনৰ ধনুশৰ,
ক্ষত্ৰিয় জাতিৰ হৈল কি কাতৰ তনু।
অসামৰ্থ ভৈলে দোষ নাই, নপুংসক ভৈল পাঞ্চো ভাই,
লবা দামোদৰ আসম্বাৰ পাঞ্চ ধনু ॥
দ্ৰুপদ ৰাজাৰ বিদ্যমানে, যজ্ঞবেদী অতি শুদ্ধ থানে,
জনম লভিলো দ্ৰুপদে তুলিলে মোক।
ধৃষ্টদ্যুম্ন আদি শত ভাই, পিতৃ দ্ৰুপদেয়ো বৰ চাই,
অজমিঢ় কুলে বিবাহ দিলেক মোক ॥
ৰ সুকোমল বাক্য মধু, পাণ্ডু নৃপতিৰ কুলবধু,
প্ৰিয় ভাৰ্য্যা ভৈলো পাঞ্চো ভাই পাণ্ডৱৰ।

তুমি যাৰ সখা পদ্মপাণি, আমি অসামৰ্থ কোনখানি,
গুণি চাৱা প্ৰভু কোন গুণে হীন পৰ ॥
এহি বুলি যাজ্ঞসেনী, কৃষ্ণৰ চৰণ খানি,
তিয়াইলন্ত নয়নৰ লোহো।
দুঃখিত বৎসল জানি কায় বাক্য মনে মোৰ,
সমৰ্পিলো পাঞ্চগুটি পোহো ॥
ভাগিন বুলিয়া কৃষ্ণ, অভিমন্যু তনয়ক,
যেন মতে তাঙ্ক তযু লুলি।
আমাৰো পুত্ৰক প্ৰভু, তেনয় দেখিবা তুমি,
আজি হস্তে দিলো তুলি তালি ॥
ভীম নৃপতিৰ মোৰ, সম্বন্ধে দেবৰ হবা,
অৰ্জ্জুনৰ সম্বন্ধত সখি।
সম্বন্ধত সুভদ্ৰাৰ, ভাই হবা আপুনাৰ,
সি কাৰণে প্ৰাণ সম দেখি ॥
অনুবন্ধ উপযোগ, দাসীকো নুহিকো যোগ,
তযু আগে নুকচে কপটে।
সহদেব নকুলৰ, সম্বন্ধে জেঠাল হবা,
সকলে সম্বন্ধ যোত ঘটে ॥
সহদেব প্ৰবলৰ, বীৰমন্ত্ৰ বচন শুনো,
কৌৰৱক যুঁজিবাক মন।

ভীম নৃপতিৰ আৰো, অৰ্জ্জুনৰ বাক্য শুনি,
অতিশয়ে দহে মোৰ মন ॥
তেসম্বে যুযুঁজে যদি, কৌৰৱক ভৰে ভয়ে,
তভো মঞি দাসীৰ নিদানে।
অভিমন্যু সমে মোৰ, পাঞ্চ তনয়ক লৈয়া,
কৌৰৱক সংহৰিবা ৰণে ॥
বুঢ়া পিতৃ দ্রুপদেয়ো, মোৰ অৰ্থে যুঁজিবেক,
ধৃষ্টদ্যুম্ন আদি ভাই সুত।
আসম্বাক সঙ্গে লই, আপুনিয়ো খেদি গই,
কৌৰৱক বধিবা ৰণত ॥
দুঃশাসন বধু লোকে, কান্দিব অনেক শোকে,
কান্দিবন্ত গান্ধাৰিণী শাশু।
তুমি পাইবা খেদি গই, কাটিবা খড়্গ লই,
দুঃশাসন দুই খান বাহু ॥
ধৰ্ম্মৰ বচন লই, কৌৰৱৰ পাশে গই,
সময়ন্তি কৰি দন্দ বাটা।
তেবে বোলে অনুৰাগে, পাচে যেই কৰা লাগে,
খড়্গ হানি আগে মোক কাটা ॥
এহি বুলি যাজ্ঞসেনী, বেণী বন্ধ মেলি চুলি,
দুঃশাসনে ধৰি আছে যাত।

সেহি দিনা হন্তে ধৰি, বান্ধিছন্ত ভিন্ন কৰি,
মেলি দিলা কৃষ্ণৰ হাতত ॥
দেখা দেখা জনাৰ্দ্দন, কেশ ডালি বিতোপন,
এহি বুলি দিলা হাতে হাত।
সমজৰ মাজে যাই, ভায়েকৰ বোল পাই,
দুঃশাসনে ধৰি আছে আত ॥
শোকতে বিকল ভৈল, আজোৰন্তে ছিণ্ডি গৈল,
আজিয়ো দুখাই এক ফাল।
সেহি দিনা হন্তে আক, ভীমেয়ো দিলন্ত হাক,
লগত নবান্ধো এত কাল ॥
যেতিক্ষণে দামোদৰ, সমাজত কৌৰৱৰ,
সময়ন্তি কৰা দন্দ ঘোৰ।
সেৱকিনী মানিয়োক, যদি দায়া আছে মোক,
সুমৰিবা কেশ ডালি মোৰ ॥
মাধৱেয়ো হাত মেলি, দ্ৰৌপদীৰ কেশ ডালি,
মেলি মেলি চাইলা ভাল কৰি।
মৃদু দীৰ্ঘ মনোৰম, ময়ূৰৰ পুছ সম,
পটন্তৰে নাই যাক সৰি ॥
ৰাজসূই অভিষেক, ৰাজভাৰ্য্যা সহস্ৰেকে,
যাৰ খোপা পূজিলা হৰিষে।

মাধৱে মেলিলা যদি, দ্ৰৌপদীৰ কেশ ডালি,
সেই ঘ্ৰাণ বহে দশোদিশে ॥
কেশৰ সুৰভি ঘ্ৰাণে, সমাজ আমোদ কৰে,
চাহি আছে নৃপতি সকলে।
কান্দি কান্দি যাজ্ঞসেনী, কৃষ্ণৰ চৰণ খানি,
তিয়াইলন্ত নয়নৰ জলে ॥
বিপ্ৰ মধ্যে সাৰোধাৰ, কবি চূড়ামণি যাৰ,
নাম ভৈল কুল প্ৰকাশক।
অদ্যাপি যশস্যা ৰৈল, উপাসন্তে কাল গৈল,
ভক্তি ভাৱে শ্ৰীহৰি হৰক ॥
তানে শ্ৰেষ্ঠ পুত্ৰ সন্ত, গোবিন্দক উপাসন্ত,
ভাগৱত শাস্ত্ৰে যাৰ ৰতি।
বেদ পুৰাণ গণে, নকহন্ত যাত বিনে,
তান পাৱে কৰিয়া ভকতি ॥
গুণৱন্ত বংশধৰ, তেহে কবি চন্দ্ৰবৰ,
সম্বন্ধত সোদৰ আমাৰ।
যাৰ মহা কৃপালেসে, শিক্ষা উপদেশ স্নেহে,
ইটো পদ কৰিলো প্ৰচাৰ ॥
ভাই যেন ভায়েকক, পিতৃ যেন তনয়ক,
গুৰু যেন শিষ্যত বিনীত।

জনমে জনমে মঞিং, আন একো নবাঞ্ছোহোঁ,
তানে দুই পদে হোক ৰত ॥
আমি পুনু হীন মতি, বোলে ৰাম সৰস্বতী,
তুমি পুনু মহন্ত সকল।
হেন জানি নিন্দা এড়ি, শুনা সবে নৰনাৰী,
ধৰা কৃষ্ণ চৰণ কমল ॥
ভাৰতৰ পদ চয়, বিৰচিলো যেন নয়,
মনোৰথ কৰয় সাফল।
জানি থিৰ মনে ধৰি, ৰাম বোলা উচ্চ কৰি,
ক্ষয় হোক পাতক সকল ॥

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
দ্ৰৌপদীক প্ৰবোধ কৰিলা দামোদৰ ॥
মাধৱে বোলন্ত শুনা দ্ৰুপদ দুহিতা।
কৌৰৱক লাগি তুমি নকৰিবা চিন্তা ॥
সত্যে সত্যে কহো যে সংগোপ্য কৰি সাৰ
অল্প কালে কৌৰৱ হৈবেক বুন্দামাৰ ॥
শুনিয়ো দ্ৰৌপদী মঞিং কহিলো বুজাই।
যেই সেই নজানে আমাৰ অভিপ্ৰাই ॥

মঞিঁ জানো পাপী দুর্য্যোধন বৰ মন্দ।
কদাচিতো মঞিঁ তাৰ নভাঙ্গিবো দন্দ॥
ভেদ মতি যেন হবে কন্দল বিশ্ৰাম।
বাস্তবত আমাৰ যাইবাৰ আছে কাম॥
মঞিঁ যদি যাঞোঁ পাণ্ডৱৰ দূত হুই।
কৌৰৱৰ গৃহত পশিল সোণ গুঁই॥
দুৰ্য্যোধন আদি কৌৰৱৰ ভাৰ্য্যা যত।
তুমি শোকে ক্ৰন্দন কৰাহা যেন মত॥
তাতোধিক ক্ৰন্দন কৰিব শোকে দুখে।
দ্ৰুপদনন্দনী তুমি পৰিহৰা শোকে॥
বেদবাক্য বৃথা নাহি জানা সাৰে সাৰ।
কদাচিতো মিছা নুহি বচন আমাৰ॥
সাগৰ শুখাই যদি স্বৰ্গ পৰে ভাগি।
শীত পাই যদি আদিত্যৰ ৰশ্মি লাগি॥
জলথল পাতাল যদি একাকাৰ।
তথাপিতো মিছা নাহি বচন আমাৰ॥
মাধৱৰ প্ৰবোধে দ্ৰৌপদী শান্ত ভৈলা।
ধীৰে ধীৰে সুন্দৰীয়ো অভ্যন্তৰে গৈলা॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
দ্ৰৌপদীক প্ৰবোধ কৰিলা দামোদৰ॥

প্ৰবোধন্তে কথাতে আৰ্দ্ধক ৰাত্ৰি গৈল।
মাধৱ যাইবাৰ হেন কথা সাঙ্গ ভৈল॥
এত হন্তে সমাজ বিসৰ্জ্জি যুধিষ্ঠিৰ।
শয়ন কৰিলা পাচে আপুন মন্দিৰ॥
সুবৰ্ণৰ খাটত শুতিলা নৰেশ্বৰ।
মনে হৃষ্ট চৰণ সুমৰি নিৰন্তৰ॥
স্বকি স্বকি থানে চলি গৈলেক সকলে।
মাধৱেয়ো শয়ন কৰিলা কৌতূহলে॥
যথা কাল যোগে সিটো ৰাত্ৰি ভৈল হত।
অৰুণ উদয় ৰবি কিঞ্চিত বেকত॥
সেহি বেলা সুত যে মাধৱ বন্দি গই।
মাধৱক প্ৰবোধিলা তাল যন্ত্ৰ লই॥
সেহি বেলা প্ৰভু উঠিলন্ত হৃষীকেশ।
শৌচ ক্ৰিয়া পাচে স্নান মন্দিৰে প্ৰবেশ॥
যুধিষ্ঠিৰে নিযুজিলা কন্যা যে সকল।
সুবৰ্ণৰ কলসে কলসে ঢালে জল॥
স্নান কৰি কৃষ্ণে বেদ বিহিত তথাতে।
আদিত্যক উপাসা কৰিলা বিধি মতে॥
দেৱতাক নমিলা আদিত্য অগ্নি সোম।
অনন্তৰে কৃষ্ণে পাচে কৰিলন্ত হোম॥

পাচে অভ্যাগতক কৰাইলা স্নান পান।
হোম অৱসানে ব্ৰাহ্মণক দিলা দান॥
দান লভি হাতত ধৰিয়া ফুল ফল।
আশীৰ্ব্বাদ কৰিলন্ত ব্ৰাহ্মণ সকল॥
গাৱে গাৱে ব্ৰাহ্মণৰ নমিলা চৰণ।
পাচে আশীৰ্ব্বাদ লৈলা দৈবকী নন্দন॥
এহি মতে নিত্য কৰ্ম্ম অৱসান কৰি।
পাচে সিংহাসনত বসিলা দেৱ হৰি॥
বেঢ়ি বেঢ়ি আছে পাণ্ডৱৰ যত বীৰ।
সাত্যকিক কৃষ্ণে মাতিলন্ত ধীৰে ধীৰ॥
শুন শুন সাত্যকি মোহোৰ বোল জান।
দাৰুকক আদেশা সাজোক ৰথ খান॥
গদা খড়্গ সাৰঙ্গ অক্ষয় তূণ বান।
ৰথতে নিবন্ধি মোৰ থোক থানে থান॥
সুবুজিয়া চিত্ত কুৰু সমাজ কপটি।
জানো দন্দ ভাঙ্গন্তে লাগয় কটাকটি॥
মাধৱৰ বাক্য শিৰোগত কৰি সাৰ।
দাৰুকৰ আগত সাত্যকি পয়োসাৰ॥
মাধৱৰ আদেশ সাত্যকি মুখে শুনি।
ৰথ খান নিৰ্ম্মিলন্ত অনেক যতনি॥

সব্য সুগ্ৰীৱ মেঘ পুষ্প বলাহক।
ৰথত জুৰিলা আনি চাৰিয়ো ঘোটক॥
সুবৰ্ণ দৰ্পণি দিলা ঘোটকৰ মাথে।
গৰুড় ধ্বজক আনি তুলিলন্ত ৰথে॥
নানা ৰত্নে জিকি পাৰে দেখি চিকিমিকি
কৃষ্ণৰ আগত ৰথ যোগাইলা দাৰুকি॥
উচ্চ ৰথ খান চাৰি ঘোঁড়া হৃষ্ট পুষ্ট।
ঘোঁড়া দেখি মাধৱৰ মন ভৈল তুষ্ট॥
এত হন্তে অন্তেসপুৰৰ কন্যা গণে।
কতো দুৰ্ব্বাক্ষত পথে দিলা আলিপনে॥
কুম্ভে জল ভৰি ফুল পল্লবে শোভন।
দ্ৰোণ ভৰি ভৰি থৈলা দুৰ্ব্বাক্ষত গণ॥
সুহি গ্ৰীষ্ম সুহি শীত শৰতৰ অন্তে।
কাৰ্ত্তিকৰ শেষত আগ্ৰণ নতু হন্তে॥
ধৌমে অগ্নি জ্বালিলন্ত মঙ্গল বিশেষ।
ভেৰ দিয়া ৰথত উঠিলা হৃষীকেশ॥
সাত্যকিকো ৰথত তুলিলা জনাৰ্দ্দন।
ভেৰ দিয়া দাৰুকেয়ো চড়িলা তেখন॥
ভীম ধনঞ্জয় মাদ্ৰিসুত ভিন্নে ভিন্নে।
যুধিষ্ঠিৰে যাত্ৰা আসি দিলন্ত আপুনে॥

মাধৱৰ যাত্ৰা শুনি আনন্দিত মন।
ইন্দ্ৰে সমে আসিল ত্ৰিদশ দেৱগণ॥
নাৰদ তম্বক আদি মুনি অপৰ্য্যন্ত।
অপেশ্বৰা নাচয় গন্ধৰ্ব্বে গীত গান্ত॥
আঠাইশ সহস্ৰ ঋষি আসিল সকল।
আগ হস্তে কুশ বাম হাতে গঙ্গাজল॥
দেখি কৃষ্ণে ৰথে সমে প্ৰদক্ষিণ ভাৱে।
দেৱতাক ঋষিক নমিলা গাঁৱে গাৱে॥
দেৱগণে পুষ্প বৰিষিলা ৰথ ঢাকি।
মুনিগণে ফল বৰষিলা আমলকি॥
ঋষিগণে মন্ত্ৰ পঢ়ি পবিত্ৰ কোমল।
ৰথত কুশৰ অগ্ৰে সিঞ্চিলন্ত জল॥
সি বেলাত ভৈল দশোদিশ সুপ্ৰসন্ন।
ধীৰে ধীৰে বহে মন্দ মলয়া পবন॥
মাধৱৰ যাত্ৰা দেখি পশু-পক্ষিগণ।
দক্ষিণ বামক লাগি কৰিলা গমন॥
অশোভন যিটো অমঙ্গল সৰ্ব্বকাল।
হেন পশু-পক্ষিগণ গৈল বামফাল॥
সুশোভন পশু-পক্ষী দক্ষিণক গৈল।
সজ্জন জনৰ মন আনন্দিত ভৈল॥

যেতিক্ষণে পয়ান কৰিলা জগন্নাথ।
হস্তিনাপুৰত ভৈল ঘোৰ উতপাত ॥
অনাবাৰে বৃক্ষ ভাগে ৰুধিৰ বৰিষে।
ঘোৰ অন্ধকাৰময় ভৈল দশোদিশে ॥
হস্তী ঘোঁড়া কান্দে অনামেঘে বজ্র পৰে।
দেখি কুৰু সমাজ আকুল ভৈল ৰবে ॥
মাধৱো আনন্দে চলি যান্ত ৰাজপথে।
যুধিষ্ঠিৰ চড়িলন্ত মাধৱৰ ৰথে ॥
নিজ ৰথে চড়ি চলি গৈলা ৰাজাগণ।
পাঞ্চো ভাই গৈলা আগ বঢ়াইবাক মন ॥
দাৰুকে ডাকন্ত ৰথ চলে সামগতি।
অনন্তৰে যুধিষ্ঠিৰে কৃষ্ণত বদতি ॥
পিতামহ ভীষ্ম দ্রোণ খুড়াই বিদুৰে।
মোৰ অৰ্থে মাধৱ সবাৰে চিত্ত পোৰে ॥
শয়নে ভোজনে মোক কৰে আশীৰ্ব্বাদ।
যাৰ পদে নিস্তাৰিলো দুৰ্ঘোৰ প্ৰমাদ ॥
মোৰ অৰ্থে স্নেহ এড়িলন্ত সূক্ষ্ম ৰাষ্ট।
নিদাৰুণ বুকত বান্ধিলো মঞিঁ কাষ্ট ॥
পিতৃ মৰিলন্ত আমি পাঞ্চ গুটি ভাই।
কৌৰৱে নিকাৰ কৰে অনাথিতি পাই ॥

পাখি ঢাকি শিশুক ছটকে যেন মত।
তাৰ গুণ সুজিবো বধিবো সমৰত ॥
দুৰ্য্যোধনে পূজা কৰে পূৰি মন কায়া।
তথাপিতো তিনিৰো আমাক বৰ দায়া ॥
কৌৰৱৰ পাশে তুমি চলা মহাবল।
তাসম্বাক প্ৰণামিবা আমাৰ আদল ॥
জোগৃহ দাহক থাৰে কহিলা আমাত।
বিদুৰক আশংসিবা বৈষ্ণৱ সভাত ॥
ঘনে ঘনে আমাৰ নয়নে নীৰ বহে।
কুন্তীক স্মৰন্তে মোৰ পৰাণ নসহে ॥
পাণ্ডৱৰ মাতা যে মাধৱ তযু পেসী।
অনাথিতি কৰি আমি ভৈলোহো বিদেশী ॥
এক দণ্ডে যুগ যাই আমাক স্মৰন্তে।
নজানো মৰিল কিবা আছয় জীৱন্তে ॥
বনবাসে আসো দুখ অপমান পাই।
সিবেলাতো লগতে আসয় কুন্তী আই ॥
পাছে পাছে আসন্ত পাৰন্তে দীৰ্ঘ গেড়ি।
তেবে আমি তথাতে লুকাইলো আইক এড়ি ॥
উলটিয়া গৈল পুনু নগৰক লাগি।
বিদুৰে পোষন্ত এবে শাক অন্ন মাগি ॥

নিতে নিতে কৌৰবেয়ো দেই অপমান।
আমাসাৰ শোকত বিবৰ্ণ মুখ ম্লান॥
তুমি বিনে দুখৰ নাহিকে পৰিত্ৰাণ।
মোৰ পদে যাইবা কুন্তী জননীৰ থান॥
পাঞ্চো ভাইৰ বচনে কুন্তীক নমস্কাৰ।
ভিন্নে ভিন্নে মাধৱ কৰিবা পাঞ্চবাৰ॥
তযু সঙ্গে চলি যাউক মত্ত ষাঠি হাঁথী।
বলৱন্ত যুদ্ধা যাউক দশ মহাৰথী॥
আনো অসংখ্যাত চলি যাউক ৰথীচয়।
আগে পাছে তোমাক আবাৰ সমস্তয়॥
পথে ঘাটে দুৰ্জনৰ পৰা তঙ্ক ভয়।
বলৱন্ত চলোক হাজাৰ সেনাচয়॥
শকটত তুলি তুলি বিস্তৰ সম্ভাৰ।
পসাৰি লগতে সাজি চলোক আপাৰ॥
ভোজনৰ সম্ভাৰ লগতে যাউক লই।
কৌৰৱত আশে যেন নথাকাহা ৰই॥
দাস-দাসী অনেক চলোক লাগ ধৰি।
যি কাৰ্য্যক লাগে যেন শীঘ্ৰে দেই কৰি॥
ধনঞ্জয় বদতি শুনিয়ো প্ৰাণ-সখি।
কৌৰৱক বুলিবা আমাৰ কাৰ্য্য লখি॥

চাটু কৰি নুবুলিবা বোলো সাৰেসাৰ।
অৰ্দ্ধৰাজ্য নেদিলে চিন্তিবো মহামাৰ॥
ওঁড় কুসুমৰ বৰ্ণ ৰুধিৰে লেপিত।
মোৰ শৰে কাটিবো পৰিবে পৃথিবীত॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
অৰ্জুনৰ বাক্যে ক্ৰোধ উঠিল ভীমৰ॥
দ্বাদশ হাজাৰ ময়মত্ত প্ৰবলৰ।
ডাঙ্গৰ শৰীৰ যেন পৰ্ব্বতৰ সচল॥
বায়ুৰ তনয় ভীমসেন মহাযোধ।
অৰ্জুনৰ বাক্যে কৌৰৱক বৰ ক্ৰোধ॥
ক্ৰোধ-বেগ সন্ত্ৰমত্ত বচন নোলাই।
আৰ্ত্তনাদ কৰিলন্ত মাধৱক চাই॥
ভীমৰ আটাস বজ্ৰ সন্ধানতো টান।
দুয়ো হাতে মাধৱে ঢাকিলা দুয়োকাণ॥
সিবেলাত তথাতে যতেক ৰাজাগণ।
পৃথিবীত পৰি সবে ভৈল অচেতন॥
াৰুকেয়ো পৰিলন্ত হামুখুৰি খাই।
সাত্যকিয়ো পৰিলাহা শ্ৰুতি-বুদ্ধি নাই॥
ৰথগতি মন্দ ভৈল নাহি কিছু যোড়।
লুণ্টি খাই পৰিল ৰথৰ চাৰি ঘোঁড়॥

কৌৰৱক কোপে ভীম আৰকত বৰ্ণ।
কতোবেলি শ্ৰুতি লভিলেক ৰাজাগণ ॥
বচনে ভীমক কৃষ্ণে পূজিলা বহুত।
তুমি শ্ৰেষ্ঠ সাৰ কৌৰৱৰ যমদূত ॥
যুধিষ্ঠিৰে লগত পঠাইলা যতমানে।
মাধৱৰ লাগ লৈলা ত্বৰিত যোগানে ॥
আগবঢ়াই কৃষ্ণক বিচিত্ৰ গ্ৰাম পাই।
তৈৰে পৰা উলটি আসিলা পাঞ্চোভাই
লগত আসিলা ফিৰি নৃপতি সকল।
শঙ্খ-শিঙ্গা-ৰাৱত মেদিনী টলবল ॥
সিবেলা শোভন সুশোভিত ভৈল পথ।
চলি যান্ত মাধৱ দাৰুকে ডাকে ৰথ ॥
সুপথ গমনে শ্ৰান্ত নাহিকে ভাগৰ।
মধ্যাহ্ন বেলাত নিবৰ্ত্তিলা দিবাকৰ ॥
যথা যথা চলন্ত মাধৱ জনাৰ্দ্দন।
তথা তথা নগৰনিবাসী কন্যাগণ ॥
ভাই-বেটা-স্বামীক লগত লৈয়া সাজে।
উপায়ন বস্তু লৈয়া মুখ ঢাকি লাজে ॥
ব্ৰাহ্মণৰ বেদ পাঠ তুলত ব্ৰাহ্মণী।
উপায়ন বস্তুক যোগান্ত ভিনে ভিনে ॥

এহিমতে পথত চলন্ত হৃষীকেশ।
এড়াইলন্ত বহু মৎস্যনৃপতিৰ দেশ ॥
এড়াইলন্ত নদী নদ গ্ৰাম বহুতৰ।
পাছে পশিলন্ত হৰি ৰাজ্য কৌৰৱৰ ॥
দুয়োফালে কুসুম মাজত ৰাজ-আলি।
ফলে ফুলে শোভন পৰিছে হালি হালি ॥
নাগেশ্বৰ বকুল কদম্ব শাল তাল।
তাৰ মাজে মাজে গৃহচয় ভাঁল ভাল ॥
পানীশালা অন্নশালা ৰহিবাৰ ঘৰ।
বিদেশী জনক দেই আজ্ঞা কৌৰৱৰ ॥
তাক ছাড়ি কতোক্ষণ যান্ত হৃষীকেশ।
বৃকস্থল নামে গ্ৰাম ভৈলন্ত প্ৰবেশ ॥
পাণ্ডৱৰ প্ৰিয় ৰাজ্য সুশোভন স্থলি।
ছলে দুৰ্য্যোধনে কাঢ়ি লৈলে পাশা খেলি ॥
তাৰ যত নৰনাৰী সকলে মহন্ত।
পাণ্ডৱৰ কুশলক সততে বাঞ্চন্ত ॥
বৃকস্থল নামে গ্ৰাম নাহি পটন্তৰ।
সিদিনা তথাতে ৰহিলন্ত দামোদৰ ॥
মাধৱক দেখিয়া যতেক নৰনাৰী।
সপুত্ৰ বান্ধৱে চলিলন্ত সাৰি সাৰি ॥

দণ্ডৱতে কৃষ্ণক নমিলা সামৰাজে।
কৰযোড় কৰি বোলে শুনা যদুৰাজে॥
পাণ্ডৱৰ সুহৃদ তোমাত পৰে নাই।
আজি ৰহিয়োক খাণিতেক থাকো চাই॥
জগতনায়ক তুমি ব্ৰহ্মাদিৰো দেৱ।
জানি শুনি তোমাক পাণ্ডৱে কৰে সেৱ॥
তুমি পাণ্ডৱক স্নেহ কৰা অবিশ্ৰান্ত।
তথাপি পাণ্ডৱে এতমান দুখ পান্ত॥
আৰু এক কথা কহো শুনা যদুপতি।
পাণ্ডৱৰ ভাগি হন্তে আমাৰ বিপতি॥
নিশাভাগে চৰ ফুৰে দুষ্ট কৌৰৱৰ।
পাণ্ডৱক প্ৰশংসা কৰয় কোন নৰ॥
গ্ৰাম নগৰত থাকি যেন খানি হয়।
অকস্মাত কোনো জনে পাণ্ডৱ বোলয়॥
তেবে তাৰ পলাইলেয়ো নাহিকে নিস্তাৰ
পোতাশালে বন্দি কৰি ভুঞ্জাবে নিকাৰ।
কৌৰৱৰ বিপত্তিক নযাই সহন।
তোমাৰ চৰণে প্ৰভু পশিলো শৰণ॥
এহি বুলি নৰনাৰীগণ নিৰন্তৰ।
মাধৱক ৰহিবাৰ দিলে বাসাঘৰ॥

মহন্ত ভকত যত উপাসিয়া ৰৈল।
কতোলোকে কৌৰৱত জনাইবাক গৈল ॥
নিঃশঙ্ক নিৰ্ভয় সুশিক্ষিত দূত দুই।
ধৃতৰাষ্ট্ৰ ৰাজাত জনাইলে আগ হুই ॥
দূতলোকে বোলে শুনিয়োক নৰেশ্বৰ।
বৃকস্থলে আসি ৰহিছন্ত দামোদৰ ॥
পাণ্ডৱে পঠাইলে তাসম্বাৰ দূত হুই।
তযু আগে আসিব সাত্যকি সমে দুই ॥
কালি কৃষ্ণ আসিব কহিলো সাৰেসাৰ।
যেন লাগে আলোচ কৰিয়ো আপুনাৰ ॥
ধৃতৰাষ্ট্ৰে শুনিলন্ত আসিবন্ত হৰি।
অধোমুখে নৃপতি ৰহিলা মৌন ধৰি ॥
আসিবন্ত কৃষ্ণ পাণ্ডৱৰ দূত হুই।
অৰ্দ্ধ ৰাজ্য খুজিলে নেদিলে ভাল নুই ॥
পুত্ৰৰ কাৰণে ৰাজ্য নপাৰো দিবাক।
কৰ্ণ দুঃশাসন শকুনিয়ে দেই হাক ॥
ৰাজ্য দিবে প্ৰতি আৰো মোৰো ইচ্ছা নাই।
কোনে পাণ্ডৱক ৰাজ্য দিবে চক্ষু খাই ॥
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
আত অনন্তৰে ধৃতৰাষ্ট্ৰ নৃপবৰ ॥

বিদুৰক দ্ৰোণক ভীষ্মক নিলে মাতি।
ভূৰিশ্ৰৱা সমে আৰো যতেক নৃপতি॥
দুঃশাসন দুৰ্য্যোধন সমে শত ভাই।
কৰ্ণ অশ্বত্থামা গান্ধাৰিয়ো সেহি ঠাই॥
নিশাভাগে সভাখান ভৈলেক ডাঙ্গৰ।
মধ্যত ৰহিলা ধৃতৰাষ্ট্ৰ নৃপবৰ॥
আনো ৰাজাগণ বসিলেক সভা চানি।
সৱাকো সম্বুদ্ধি ধৃতৰাষ্ট্ৰে বোলে বাণী॥
বৃকস্থলে আসি ৰহিছন্ত যদু ৰাই।
কালি প্ৰভাততে আসিবন্ত মোৰ ঠাই॥
পাণ্ডৱৰ অৰ্দ্ধৰাজ্য খুজিবাক মনে।
দূত হুই আপুনি আসিলা নাৰায়ণে॥
দিবো বা নেদিবো কোন খানি হোৱে ভাল।
আলোচিয়া তুমি সবে কহিয়ো সকাল॥
মোৰ মনে ৰাজ্য দিবে নাহিকে কিঞ্চিত।
আৰ কি পাণ্ডৱে কৌৰৱক দেখে হিত॥
সৰ্ব্বকালে বৃকোদৰ দাৰুণ কপটী।
পাশা খেলি কৌৰৱে কৰিছে লটিঘটি॥
আৰো ৰাজ্য পাইলে কৌৰৱৰ হৈবে কাল।
শুণি চোৱা গুৰু দ্ৰোণ কোন খানি ভাল॥

শিশুকাল হন্তে·জানো ভীমৰ মহত্ত্ব।
পাণ্ডুপুত্ৰ পাঞ্চ তাৰা মোৰ একশত॥
একদিনা শিশুগণ সবে লগ লই।
ফল খাইবে প্ৰতি গৈল ভীমত নকই॥
অমৃত সমান ফল পবিত্ৰ কোমল।
তাতে গৈয়া চড়িলন্ত চৰাল সকল॥
বৃকোদৰে ফুৰি চাই চৰাল নেদেখি।
পাছে পাছে খেদি গৈল খোজক নিৰেখি॥
লাগ পায়া বৃক্ষৰ গুড়িত ভৈল থিয়।
দেখি শিশু সকলৰ উৰি গৈল জীৱ।
নোখোজন্ত ফল কাতো বোলে খাইবো মাগি।
চড়িবে খোজন্তে সবে বৃক্ষ পৰে ভাগি॥
মোক এড়ি আসিলি মনত কোপ কৰি।
জঙ্কাৰিবে লাগিল বৃক্ষৰ মুলে ধৰি॥
ডাল ভাগে ফল সবে যত শিশুগণ।
পৃথিবীত পৰি সবে হৱে অচেতন॥
কতো শিশুগণ আতি মৰণক ভয়।
গাছত সাবটি ধৰি কাতৰ কৰয়॥
ক্ষমা কৰা বৃকোদৰ আমাক ৰাখিয়ো।
সবে ফল দিবো মোৰ প্ৰাণ নামাৰিয়ো॥

আজি হন্তে লাগ লৈবো নপাৰিবো গালি।
সৰ্ব্বদায়ে থাকিবো তোমাৰ আশা পালি॥
হেন ভীম স্মৰন্তে মোহোৰ ধাতু যাই।
সবেমান স্থুঁজিবে যদ্যাপি ৰাজ্য পাই॥
এত হন্তে সভাখান আকুলিত ভৈল।
কুড় কুড় শবদে ৰোলেক উঠি গৈল॥
সাধুৰ আনন্দ দুৰ্জনৰ মনে কষ্ট।
বোলে কি কাৰণে আসে মাধৱ অনিষ্ট॥
অন্যো অন্যে বোলে যাৰ যেন অভিপ্ৰাই।
ভীষ্মে উঠি বোলন্ত ৰাজাৰ মুখ চাই॥
শুন শুন বাপু ধৃতৰাষ্ট্ৰ মন কৰি।
প্ৰভাততে কালি শুনো আসিবন্ত হৰি॥
যাক দৰশনে হবে সবে কৰ্ম্ম নাশ।
ব্ৰহ্মা গৌৰী শঙ্কৰে কৰন্ত অভিলাষ॥
কালি হেন কৃষ্ণক দেখিবো নেত্ৰ ভৰি।
কি মোৰ আনন্দ স্থমৰন্ত হৰি হৰি॥
গোষ্ঠি উদ্ধাৰক পাণ্ডৱত পৰে নাই।
যাৰ ভক্তিবলে হৰি কিঙ্কৰ পৰাই॥
যাক ধ্যানে যোগীৰো নিৰ্ম্মল হৱে মন।
সপুত্ৰ বান্ধৱে তান পূজিয়ো চৰণ॥

গোবিন্দ আসিলে হেন কৰিবাক লাগে।
আপুনাৰ ৰাজ্যখান এড়ি দিবা আগে ॥
পাচে পাণ্ডৱক আনি কৰি সতকাৰ।
বিভাগিয়া অৰ্দ্ধৰাজ্য দিবা আপুনাৰ ॥
দ্ৰোণৰ সম্মত এহি মোৰো নিষ্ট বাণী।
কুশলে থাকিবি যদি কৰ এহি খানি ॥
বৈসম্পায়ন বদতি শুনিয়ো মহাশয়।
সবাকো সম্বুধি পাচে বিদুৰে বোলয় ॥
শুনিয়োক মহাৰাজা এহি খানি কৰা।
কিঞ্চিতেকো কপট কৃষ্ণত পৰিহৰা ॥
সবাৰো ঈশ্বৰ হৰি ব্ৰহ্মাৰো নমস্য।
তথাপিতো ভকতজনৰ মাত্ৰ বশ্য ॥
আকে জানি যত আছে ধনৰত্নবিত।
কৃষ্ণৰ চৰণে আৰ্পি পূজিবে উচিত ॥
যত দিয়মানে তাৰ নমাগিবা ফল।
তেবে মনোৰথ সিদ্ধি হৈবেক সকল ॥
ধৃতৰাষ্ট্ৰে বদতি মনৰ প্ৰিয়কৰ।
কৃষ্ণক পূজিবে ইচ্ছা মোহোৰ মনৰ ॥
যত আছে মোৰ ধন ৰত্ন অসংখ্যাত।
কৃষ্ণক পূজিবো কালি বিচিত্ৰ সভাত ॥

কালি মোৰ মহিমা দেখোক চক্রপাণি।
এতদিন পাণ্ডৱে নিদিছে যিবা খানি॥
কালি মঞি প্রথম পূজাতে দিবো তাক।
পাণ্ডৱক তেজি যেন ভজয় আমাক॥
অযুতেক ঘোঁড়া দিবো তিনি শত ৰথ।
পাঞ্চশত দন্তাল দিবোহো ময়মত॥
পৰম সুন্দৰ একশত দিবো দাস।
দাসীগণ দিবো দৰশনে অভিলাষ॥
হাজাৰেক কন্যা দিবো বাছি বাছি আনি।
দৰশনে মোহ যেন যান্ত চক্রপাণি।
নাৰীৰ ভাৱত মোহ হুয়া বনমালী।
পাণ্ডৱক পাসৰিব তাসম্বাক পাইলি॥
শুনিয়োক বাপু দুৰ্য্যোধন মহাবল।
সসৈন্যে সহিতে তঞি এতিক্ষণে চল॥
যেহি পথে দিয়া আসিবন্ত দামোদৰ।
তথা তথা গৃহ সব সজায়ো বিস্তৰ॥
চৌপন্থা পদূলিগণ কৰ জাতিস্কাৰ।
নাৰীগণে তাতে বহি থাকোক আপাৰ॥
অসংখ্যাত বস্ত্র দ্রব্য সুসম্ভাৰ লই।
গোবিন্দ আসন্তে যেন মঙ্গল কৰই॥

গৃহগণ নিৰ্ম্মাণ কৰোক যতমান।
দধি দুগ্ধ ষড়ৰস থৌক থানে থান ॥
কৰ্পূৰ তাম্বুল থৈবা জিৰাইবাৰ ঠাই।
মাধৱ আসন্তে যেন থাকন্ত জিৰাই ॥
শুনা সভাসদ পাত্ৰ মন্ত্ৰী যত লোক।
ঝাণ্টে নগৰক সালঙ্কৃতা কৰিয়োক ॥
হস্তিনাপুৰত চাবা সবাতে বিশেষ।
দুঃসাশন গৃহত ৰহিবা হৃষীকেশ ॥
শুনি ধৃতৰাষ্ট্ৰক প্ৰশংসে সামৰাজে।
ব্যাসৰ সন্ততি একে বিদুৰত বাজে ॥
বিদুৰ বদতি দদা পৰম সুবোধ।
এখানি গোচৰ কৰো নকৰিবা ক্ৰোধ ॥
দুইতো তুমি কৃষ্ণক পূজিবা নানা ভাৱে।
শুনি শুনি আমাৰ আনন্দমন হবে ॥
ধন ৰত্ন দিয়া জানো পৰম নিৰ্ম্মল।
এখানি দোষত জানা সকলে বিফল ॥
যেন গঙ্গাজল আনি পিয়ে কোনো নৰে।
তেখন পাতক হৰে নিশেষ জন্মৰে ॥
সেহি গঙ্গাজল যদি সুৰাসমে খাই।
আছোতো পাতক হৰে তাৰো জাতি যাই ॥

সেহিমতে দদা তুমি বোলা যতমানে।
সকলে বিফল দেখো তামসিক দানে॥
মুখত অমৃত হৃদয়ত বিষঘট।
পাণ্ডৱক লাগি তোৰ এতেক কপট॥
তথু মনে হেন আশা পাণ্ডৱক এড়ি।
অৰ্থলোভে তোৰ পক্ষ হৈবা দেব হৰি॥
অন্ধকৰ অন্ধ বুদ্ধি হেন লৱে মনে।
সিংহ এড়ি শৃগালক ভজে কোন জনে॥
পাণ্ডৱে কৰিছে বশ্য হৃদয়তে পাই।
প্ৰেমজৰী বান্ধি আছে মেহ্লাই মেহ্লাই॥
পাণ্ডৱক বঞ্চি ৰাজ্য নেদিবাক মন।
ইঙ্গিততে জানিবন্ত দৈবকীনন্দন॥
হস্তী ঘোড়া ধন ৰত্ন যত দেশমানে।
সবে নুহি অৰ্জ্জুনৰ বাক্যৰ সমানে॥
হেন পাণ্ডৱক তোৰ বঞ্চিবাক মন।
দিয়া মানে নলৈবন্ত দৈবকীনন্দন॥
বসিবাৰ ঠাইখানি ভৃঙ্গাৰৰ জল।
কৰ্পূৰ তাম্বুল বাক্য পবিত্ৰ কোমল॥
এহিমানে হৈবে দদা তোমাঠৈৰ হানি।
আতপৰে অধিক নলৈবা চক্ৰপানি॥

দুৰ্য্যোধনে বোলে ভাল বুলিলা খুড়াই।
প্ৰশংসো তোমাৰ বাক্য কিছো দোষ নাই॥
ধন ৰত্ন দিয়া লাগে প্ৰাণ আপুনাৰ।
কপটীক বশ্য কৰিবেক কোন নৰ॥
শুনা পিতৃ কহো মন্ত্ৰি পূজাৰ নিদান।
তিনি বিধ প্ৰাণীৰ পূজাৰ যেন থান॥
উত্তমক পূজিলে মহত ধৰ্ম্ম হয়।
সামান্যক পূজিলতে ইষ্টতা বাঢ়য়॥
অধমক পূজিলে দুগুণে পাৱে লাই।
চতাল চাড়িয়া পাছে মজিয়াক যাই॥
অধম দুৰ্জ্জন কৃষ্ণ যদু কুলাঙ্গাৰ।
তাহাক পূজিবে ইচ্ছা ভৈলেক তোমাৰ॥
স্ত্ৰীলুভী কৃষ্ণৰ আনত কাৰ্য্য নাই।
কি কৰিবে ধন ৰত্ন কোনে তাক খাই॥
ভীষ্মে উঠি বোলে শুন ৰাজা দুৰ্য্যোধন।
তযুসম দুৰ্জ্জন যতেক ৰাজাগণ॥
তাসম্বাৰ পূজাত কৃষ্ণৰ শ্ৰদ্ধা নাই।
এখানি বচন মোৰ কৰিবি আতাই॥
সভামাজে আসি কৃষ্ণে যি বোলন্ত তোক।
সেহিখানি কৰ যদি কিনি থস মোক॥

দুৰ্য্যোধনে বোলয় কৰিবো মঞি তাক।
আমিয়ো এখানি বোলো নেদিবাহা হাক॥
কালি হেন হোৱে যদি কৃষ্ণ আসে ঐক॥
সাজু হুয়া থাকিবাহা মহাৰথী লোক॥
কৃষ্ণে যেন নজানে পৰম যত্ন কৰি।
সমাজত গোবিন্দক বন্দি কৰে ধৰি॥
পোতাশালে থৈবো নিয়া ঝিঞ্জিৰি লগাই।
তিনিতিনি দিনত যেন এক সাঞ্জি খাই॥
তেবে আৰো পাণ্ডবে এড়িবে ৰাজ্যআশ।
পুনৰপি আপুনি চলিবে বনবাস॥
মহাশোকে বিকল পাণ্ডৱ পাঞ্চো ভাই।
কৃষ্ণক মেলাইবে প্ৰতি কৰিবে উপাই॥
নেমেলিবো বন্দিৰ পৰম ক্ৰোধ মোৰ।
অধিকে কৰিবো মঞি যাতনা দুৰ্ঘোৰ॥
দাড়ি নখ বাঢ়োক বিকৃত ৰূপ হুই।
দেখি নাৰীগণে যেন তাহাক নচাই॥
ভোজনক নেদিবো শুখাউক সবে কাই।
দেখিয়া মহন্তে যেন অপমান পাই॥
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
হেন শুনি মহাক্ৰোধ উঠিল ভীষ্মৰ॥

সভামাজে উঠি কোপে কম্পমান কাই।
শনাইত খড়্গখান নৈলন্ত খসাই॥
দুৰ্য্যোধনমুখ চাই মহাকোপে আতি।
মুহূৰ্ত্তেকমানে বীৰে আছিল নমাতি॥
মনত বোলন্ত খদ্গ হানি কাটো শিৰ।
দেখন্তোক কৌৰবো পাণ্ডবো যত বীৰ॥
এহিমনে গুণি গৈলা ভৰি পাঞ্চ সাত।
আৰোখানি গুণি গুলি পাচে ৰহিলা তথাত॥
দুৰ্জ্জন জনৰ বৈৰী আসন্ত সাক্ষাত।
বিহন্তোক দুৰ্জ্জনৰ দ্ৰোহ যেন মত॥
পাণ্ডবৰ বৈৰী ইটো তেসম্বো প্ৰবল।
হঠাৎকাৰ ক্ৰোধত আমাৰ কোন ফল॥
এহি বুলি খদ্গখান আছাৰি পেলাই।
বুলিলন্ত ধৃতৰাষ্ট্ৰ নৃপতিক চাই॥
শুনৰে অন্ধক তোৰ পুত্ৰ ভৈল কাল।
শুনিলি কি ইহাৰ বচন কেন ভাল॥
এহি কূট বুদ্ধিত চলিবি যমথান।
মাধবদ্ৰোহীৰ নাহি কহিতো কল্যাণ॥
অগনিৰ আগে যেন পিপ্পলিকাবাস।
কৃষ্ণক ধৰন্তে সবান্ধৱে হুইবি নাশ॥

দুৰ্য্যোধনে যতেক বোলয়মানে তাক ।
কি কাৰণে পাপী শুনন্তেও নেদ হাক ॥
পাণ্ডবে প্ৰবৰ্ত্তে তোত পুত্ৰ যেন আন ।
তঞ্চি কেনে বঞ্চক ভৈলেহি অগিয়ান ॥
এহি বুলি মৌন ভৈলা শান্তানুনন্দন ।
কোপে দুৰ্য্যোধনক চাহন্তে ঘনে ঘন ॥
সিবেলাত ভীষ্মৰ দেখিয়া কোপানল ।
নিশবদে থাকিলেক সমাজ সকল ॥
পূৰ্ব্ববতে সভাত নবসি মহাবলী ।
ৰোষ কৰি আপুন ভবনে গৈলা চলি ॥
সিটো ৰাত্ৰি বীৰে নিদ্ৰা পৰিহাৰ কৰি ।
কৃষ্ণ ৰাম গোপাল স্মৰিলা হৰি হৰি ॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মেঞ্জয় ।
যেতিক্ষণে সভা চাড়ি গৈল মহাশয় ॥
তেতিক্ষণে উৎপাত মিলিল ভয়ঙ্কৰ ।
মৰণসূচক কহে কৌৰবকুলৰ ॥
আকাশত গ্ৰহযুদ্ধ হুলস্থূল শুনি ।
ঘনে ঘনে তিনিবাৰ কম্পিল ধৰণী ॥
দেখি মহা কষ্ট কৰে শিষ্ট সাধু জনে ।
দ্ৰোণো উঠি চলি গৈলা অসন্তোষ মনে ॥

তসম্বেওঁ গৈলা যেবে অসন্তোষ মনে।
পুনৰপি আলোচ কৰয় দুৰ্য্যোধনে ॥
ধৃতৰাষ্ট্ৰ নৃপতি কৰন্ত বৰ শোক।
দুষ্ট পুত্ৰ দেখিয়া সবেয়ো তেজে মোক ॥
দুৰ্য্যোধনক বোলে বাপু মোৰ বোল কৰ।
কৃষ্ণক ধৰিবে বুদ্ধি কিঞ্চিতো নকৰ ॥
তাৰো বুজাইলেক ৰাজা যুগুত বচনে।
অথবা ভূমিক কি কৰিবে বৰিষণে ॥
কৌৰৱৰ কথা যত এহি মানে থওঁ।
কি কৰিলে প্ৰভাতে কৃষ্ণৰ কথা কওঁ ॥
প্ৰভাততে নিত্য কৰ্ম্ম অবসান কৰি।
সাত্যকি সহিতে ৰথে চড়িলন্ত হৰি ॥
ৰাজপথে দাৰুকে ডাকন্ত ৰথখান।
বৃকস্থলবাসী আসি ধৰিলা যোগান ॥
মাধৱৰ আগে পাচে বেঢ়ি নাৰী নৰ।
আগ বাঢ়ি গৈলা যেন অপাৰ সাগৰ ॥
দুই দণ্ড মানে পথ আগবঢ়াই থৈল।
হৰিধ্বনি কৰি পাচে সেহি থানে ৰৈল ॥
সাত অনন্তৰে কথা শুনা অনুপাম।
ব্ৰহ্মাৰ মানসপুত্ৰ সপ্তঋষি নাম ॥

গোবিন্দ চলিল দেখি মহাবেগে খেদি।
আসিলন্ত স্বৰ্গভুবনৰ পথ ভেদি ॥
মাধৱৰ ৰথবেগ দেখি মুনিগণ।
আগভেণ্টি ৰহিলেক সপ্তঋষিগণ ॥
মাধৱে দেখন্ত দুয়োপাশে ঋষিগণ।
ৰথ হন্তে নামি গৈয়া নমিলা চৰণ ॥
গোবিন্দে বোলন্ত গুৰু মোৰ বৰ ভাগ।
ব্ৰহ্মাপুত্ৰ তোমাক মনুষ্যে পাইলো লাগ ॥
সপ্তঋষি বদতি মাগিবো এক বড়।
তিনিয়োভুবনে যাক নাহি সমসৰ ॥
নুখুজিবো অন্যত্ৰ লোকত যিবা পাই।
কালবেগে নষ্ট হবে তাকো শ্ৰদ্ধা নাই ॥
যাক পাইলে ব্ৰহ্মাৰ পদত নাই ৰতি।
আমাক দিয়োক প্ৰভু সপ্ৰেম ভকতি ॥
চৰণৰ ধুলি দিয়ো ব্ৰহ্মাৰ বাঞ্চিত।
আৰো এক গোচৰ শুনিয়ো মনোনীত ॥
কৌৰৱৰ পাশে তুমি চলা যি কাৰণ।
নজানিবে মন্দমতি কৃর্ণ দুৰ্য্যোধন ॥
তাক আমি বিদিত কৰিবে প্ৰতি যাওঁ।
তযু সঙ্গে যদি আপুনাৰ আজ্ঞা পাওঁ ॥

যি সভাক যাবা তুমি ধৰ্ম্মপ্ৰবৰ্ত্তক।
সি সভাৰ মাজে গৈয়া দেখিবো ভীষ্মক॥
বিদুৰক দেখিবোহো সাক্ষাতে দ্ৰোণক।
বাহ্লিক সৌবল আৰো কৃপ আচাৰ্য্যক॥
ধৰ্ম্মশীল সাধু যত কুৰুবৃদ্ধগণ।
তুমি সমে আলোচ কৰিবা ৰঙ্গমন॥
তাক আমি দেখিবো নয়ন ভৰি কালি।
তুমি যেবে অনুজ্ঞা দিবাহা বনমালী॥
অমৰাৱতী ব্ৰহ্মভুবনক সীমা কৰি।
দেৱতাৰ সভাক দেখিছোঁ ফুৰি ফুৰি॥
নতু দেখোঁ আমি মনুষ্যৰ সভা কেনে।
সিকাৰণে আজ্ঞা মাগোঁ তোমাৰ চৰণে॥
মাধৱে বোলন্ত চলিয়োক অব্যাহতে;
সমাজক লাগি চলি যাইবা প্ৰভাততে॥
গোবিন্দৰ বাক্য শুনি পৰম হৰিষি।
আপুন থানক চলি গৈলা সপ্তঋষি॥
পুনৰপি কৃষ্ণ নিজ ৰথে পয়োসাৰ।
কৌৰৱৰ ৰাজ্যচয় এড়াইলা আপাৰ॥
এড়াইলন্ত নদী নদ বহুতৰ দেশ।
হাস্তিনাপুৰত হৰি ভৈলন্ত প্ৰবেশ॥

দেখি সচকিত ভৈলা ধৃতৰাষ্ট্ৰ ৰাজা।
আগবাঢ়িবাক গৈলা বহুতৰ প্ৰজা ॥
শুনিয়োক সভাসদ ভকতিসে সাৰ।
ভকতিত বশ্য মাত্ৰ দৈবকীকুমাৰ ॥
জ্ঞানতো কৰ্ম্মতো কৰি ভকতিসে বড়।
ভকতিত পৰে জানা গতি নাহি আৰ ॥
পাণ্ডৱতে ইটো কথা লৈয়োক প্ৰমাণ।
দেখা কেনে দূত ভৈল দেৱজনাৰ্দ্দন ॥
যিজনে ভকতি কৰে তাৰে বশ্য হৰি।
আপুনি অধীন হুয়া থাকন্ত সাদৰি ॥
এতেকতে ভকতিৰ বুজি অভিপ্ৰাই।
সেবকৰ কৰ্ম্মক কৰন্ত যদুৰাই ॥
হেন জানি হৰিভকতিৰ কাম কৰা।
মাধৱৰ গুণনাম হৃদয়ত ধৰা ॥
কহে ৰাম সৰস্বতী আন কাম এড়ি।
নিৰন্তৰে নৰে ডাকি বোলা হৰি হৰি ॥

—:*:—

জয় নমো ৰাম, নিত্য নিৰঞ্জন,
পুৰাণ পুৰুষ হৰি।

ভাৰতৰ পদ, প্ৰচাৰ কৰিবো,
তযু পদ অনুসৰি ॥
হস্তিনা পুৰত, প্ৰবেশ ভৈলন্ত,
যদি দেব জনাৰ্দ্দন।
উস মিস কৰি, সকলে নগৰী,
লোক আনন্দিত মন ॥
প্ৰথমতে দ্ৰোণ, বিদুৰ চলিলা,
ভীষ্ম সমে তিনি আগ।
বাহ্লীক প্ৰমুখ্যে, যতেক নৃপতি,
পাচতে ধৰিলা লাগ ॥
বাল্য বৃদ্ধ যুবা, সবেয়ো চলিল,
গৃহে নথাকিল কেৱ।
মনে অনুৰাগ, বোলে বৰ ভাগ,
দেখিবো যাদব দেৱ।
কৃষ্ণক দেখিতে উভতি চলিল,
দেখিবো সাৰঙ্গ পানি।
জয় কৃষ্ণ জয়, জোকাৰ পাৰয়,
স্বৰ্গকো লঙ্ঘিল ধ্বনি ॥
দুখী ভিখী যত, তেসম্বো চলিল,
সকলে নগৰ চানি।

অন্ধক নৃপতি, নগৰে থাকিল,
দুৰ্য্যোধন মহা মানী ॥
অনন্তৰে ব্ৰাহ্মণৰ, ভাৰ্য্যাগণ চলি ভৈলা,
কুল বধূ তাসম্বাৰ সঙ্গে।
মহা শান্তি গুৰু জায়া, দ্ৰোণে এড়ে একে কায়া,
কৃপিয়ো চলিলা মন ৰঙ্গে ॥
মাধব আসন্ত শুনি, কুন্তীয়ো লৰৰ দিল,
তনূ যেন লভিলা প্ৰাণক।
চাহিবাক বাজ ভৈল, দ্বাৰতে পৰিয়া ৰৈল,
মহা শোকে দেখিয়া যমক ॥
গৃহত মঞ্চত চড়ি, নাৰীগণে বেঢ়ি বেঢ়ি,
শাৰী শাৰী ৰহিলেক চাই।
প্ৰজাৰ গিৰত আতি, দল দোপ বসুমতী,
গাৱ ঠেলি পৈশন নযাই ॥
মাধৱৰ ৰথ গতি, শিথিল ভৈলেক আতি,
প্ৰজাৰ গিৰত নাহি সন্ধি।
ধীৰে ধীৰে ৰথ যাই, নগৰীয়া লোকে চাই,
মনত আলিঙ্গে গলে বান্ধি ॥
কন্যাগণ গৃহে চড়ি, পুষ্প মালা সিঞ্চাৱন্ত,
কোঞ্চে দূৰ্ব্বাক্ষত বিতোপন।

মনে হেন অভিলাষ, চাইবা হৰি মোৰ পাশ,
পীন ঘন নবীন যৌবন ॥
আমাৰ যৌবন চাই, প্ৰশংসিবা যদুৰাই,
কামদৃষ্টি চাহিবা আমাক।
কুলধৰ্ম্ম পৰিহৰি, হুইবো তানে কিঙ্কৰিণী,
লক্ষ্মীয়ো সেবন্তে নিতে যাক ॥
মাধৱৰ দৃষ্টি পাই, পুলকিত সৰ্ব্ব কাই,
ভকতৰ ৰোমাঞ্চিত তনু।
অভক্তক কোপমনে, চান্ত হৰি ঘনে ঘনে,
দুৰ্জ্জনৰ মনে মহামন্যু ॥
এত হন্তে কৃষ্ণে পাচে, নগৰীত পসিলন্ত,
চাৰি দুৱাৰৰ অভ্যন্তৰ।
জানি ধৃতৰাষ্ট্ৰ ৰাই, দুৰ্য্যোধন সমে যাই,
সভামাজে পূজিলা বিস্তৰ ॥
দুৰ্য্যোধনে উঠি গই, দিব্য সিংহাসন লই,
মাধৱক দিলন্ত বঢ়াই।
পাচে কুৰুবীৰগণ, বসিলেক থান থান,
মাধৱক গৌৰৱে বৈসাই ॥
অনন্তৰে কৃষ্ণে পাচে, ধৃতৰাষ্ট্ৰ নৃপতিক,
জানুশিৰে নমিলা চৰণ।

জানি ধৃতৰাষ্ট্ৰ ৰাই, হাত মেলি লাগ পাই,
আশীৰ্ব্বাদ কৰিলা তেখন ॥
ভীষ্মক নমিলা পাচে, দেখি ভীষ্মে আথে বেথে,
আঙ্কোৱালি ধৰিলন্ত তুলি।
দ্ৰোণক বাহ্লীক দুইক, তথা হন্তে চম্বু হুয়া,
নমিলন্ত কৰি কৃতাঞ্জলি ॥
আনো যত কুৰুগণ, সবাৰে তুষিলা মন,
নানাভাৱে সাদৰি বিস্তৰ।
কাৰো মুখ চাই আসি, বচনে প্ৰশংসি হাঁসি,
আসনে বসিলা গদাধৰ ॥
কৰ্ণে মাধৱৰ গৈয়া, চৰণৰ ধূলি লৈলা,
মহেশে ধৰিছে যাক জটে।
মুখত মধুৰ বাণী, হৃদয়ত খুৰখানি,
দুৰ্য্যোধনে নমিলা কপটে ॥
চৰণৰ ধূলি লই, কতো দূৰ মানে গই,
পাচমুখে পেলাইলা জঙ্কাৰি।
দুঃশাসন আদি যত, তাসম্বাৰ ভাই শত,
সমস্তে নমিলা জানু পাৰি ॥
নমো নমো নাৰায়ণ, ভৱভয় বিনাশন,
অৰুণ চৰণে ৰাখিয়োক।

বোলে ৰাম সৰস্বতী, ৰাম বুলি সাধা গতি,
যত আছা সামাজিক লোক ॥

বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
ধৃতৰাষ্ট্রে মাধৱক পূজিলা বিস্তৰ ॥
হস্তী ঘোড়া ধন ৰত্ন দিলেক আপাৰ।
উছৰ্গিলা দাস দাসী হাজাৰ হাজাৰ ॥
নিজ দাসী বাছি বাছি ৰূপেগুণে ধন্যা।
উছৰ্গি কৃষ্ণক দিলা অযুতেক কন্যা ॥
গৃহমধ্যে সাৰ আতি যাক সম নাই।
দুঃশাসন গৃহত ৰহিবা যদু ৰাই ॥
দুৰ্য্যোধনে মাতয় কৃষ্ণৰ হাতে ধৰি।
দুৰ্গম পথত প্ৰভু আছাহা ভাগৰি ॥
আজি জ্ঞাতিগণৰ সবাৰে হেন মন।
তুমি সমে ৰঙ্গমনে কৰিবো ভোজন ॥
উঠিয়ো দাৰুক উঠা সাত্যকি লগত।
নুঠা যদি কৃষ্ণ তেবে মোহোৰ শপত ॥
হেন শুনি কৃষ্ণে তাক দিলন্ত উত্তৰ।
তযু গৃহে অন্ন ভুঞ্জিবাক লাগে ডৰ ॥

যি কাৰ্য্যে আসিছোঁ যদি সিজে সিটো কাজ।
তেবে অন্ন ভুঞ্জিলে কিঞ্চিতো নাই লাজ॥
যদ্যাপি কুটুম্ব সম্বন্ধত নুহি ভিন্ন।
তথাপিতো দূত আমি পৰৰ অধীন॥
তযু গৃহে ভোজন কৰিলে মহাবীৰ।
শুনি ক্ৰোধ কৰিবন্ত ৰাজা যুধিষ্ঠিৰ॥
আকে জানি নগৰ বাজত দিয়া ঠাই।
তযু গৃহে অন্ন ভুঞ্জিবাক নুযুৱাই॥
কন্যাগণ দিলা যত বিবিধ সম্ভাৰ।
দূতৰ শুনিছা কৈত হেন ব্যৱহাৰ॥
দূতৰ বিহিত যত ধৰ্ম্ম শাস্ত্ৰ লই।
থাকোঁ আমি নগৰৰ বাহিৰত গই॥
কপটীক কপট কৰিলা দেৱহৰি।
উঠি গৈলা পাচে বিদুৰৰ হাতে ধৰি॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
বিদুৰৰ গৃহত ৰহিলা দামোদৰ॥
যত দুখ কৌৰৱে দিলেক বিপৰীত।
দুম নিশ্বাসক কাঢ়ি বিদুৰে সহিত॥
মহাদুখে খেদ কৰে ভকতক স্মৰি।
কুন্তীৰ ভবনে প্ৰবেশিলা দেৱহৰি॥

দেখন্ত শোকত কুন্তী বিকল স্বভাৱ।
জানুশিৰে কৃষ্ণে নমিলন্ত দুই পাৱ॥
কুন্তীৰ পৰম স্নেহ মাধৱক পাই।
গলে বান্ধি কান্দন্ত লোতক বহি যাই॥
বাৰ্ত্তা পুছিলন্ত পাচে মাধৱৰ আগে।
মহাস্নেহে গোসানী পুত্ৰক অনুৰাগে॥
অন্যো অন্যে স্নেহে যেন সবে একেকায়া।
কাকে: কেৱে নেড়ে যেন দৰ্পণৰ ছায়া॥
জনপদে থাকি ৰাজ্য ভুঞ্জিবে যুৱাই।
নিৰ্জন অৰণ্যে গৈল বনবাসী প্ৰাই॥
সৰ্ব্বকালে বেঢ়ি বেঢ়ি ঘোটক সকলে।
হস্তীগণে চিঁহৰয় পৰম আন্দোলে॥
নটে ভাটে বেঢ়ি বেঢ়ি কৰে নানা স্তুতি।
এতেক প্ৰকাৰে যাৰ নিদ্ৰা বিমুকুতি॥
আবে ঘনে ঘনে ঘোৰ শৃগালৰ ৰাৱে।
সিংহ বাঘে বেঢ়ি বেঢ়ি তোমাক জগাৱে॥
জম্বুনদ সদৃশ যাহাৰ দেহা জ্বলে।
হেন যুধিষ্ঠিৰ বাপু আছন্ত কুশলে॥
নহুষ যযাতি পৃথু সগৰ দিলিপ।
মান্ধাতা ভৰত আদি অসংখ্যাত নৃপ॥

এসম্বাৰ ভাৰক একলে আছা ধৰি।
প্ৰাণ পৰিশ্ৰমে যিটো অন্যায় নকৰি॥
নাহি শত্ৰু মিত্ৰ সৰ্ব্ব গুণাকৰ সন্ত।
হেন যুধিষ্ঠিৰ বাপু কুশলে আছন্ত॥
মধ্যম তনয় মোৰ পৰম প্ৰবল।
ময়মত্ত হস্তী দশ হাজাৰৰ বল॥
কীচকক মাৰিলেক গন্ধৰ্ব্বৰ ছলে।
সিয়ো পাপী দ্ৰৌপদীক জঙ্কাইলে নিস্খলে॥
সৰ্ব্বদায়ে ক্ৰোধী অতি বিপৰীত ৰোহ।
কোনে সুখে থাকিবে ভীমৰ কৰি দ্ৰোহ॥
ক্ৰোধ সম যত হুতাসন সম বলে।
হেন বৃকোদৰ বাপু আছন্ত কুশলে॥
সহস্ৰাৰ্জ্জুনৰ সম তেনয় অৰ্জ্জুন।
দুয়ো একে সম অতিৰথী নিদাৰুণ॥
হাজাৰ বাহুৰে প্ৰহাৰয় যত মান।
ধনঞ্জয় দুই বাহু তাহাৰ সমান॥
কৌৰৱক কোপমনে পাণ্ডৱ সকল।
অদ্যাপিয়ো আশা কৰে যাৰ বাহুবল॥
তুমি যাৰ বান্ধৱ পৰম প্ৰিয় সখি।
আপুনি অধীন ভৈলা যাৰ ভক্তি দেখি॥

বলৱন্ত যুৱৰাজ ৰিপুসংহাৰক।
গৰু লই আসন্তে যি বেলা কৌৰৱক॥
একেশ্বৰে কৌৰৱ সবক ৰণে জিনি।
বস্ত্ৰমানে কাঢ়ি লৈলা নকাটিলা ঘিণি॥
যাৰ যশ প্ৰচণ্ড আদিত্য সম জ্বলে।
হেন ধনঞ্জয় বাপু আছন্ত কুশলে॥
সুবলিত পৰম যবজ্ঞ মহাবলে।
যাৰ সম ৰূপ নাহি ধৰণীমণ্ডলে॥
ৰাজচিহ্ন যতেক আছয় সমস্তয়।
যাৰ বাক্য নৃপতি সকলে আদৰয়॥
তোমাত ভকতি যিটো তিলেক নেড়য়।
হেন সহদেৱ বাপু কুশলে আছয়॥
শুভনিত শিশু মোৰ সুকোমল কায়া।
চাৰিতো অধিক আতি নকুলক দায়া॥
এক দণ্ডে যুগ যাই নেদেখিয়া যাক।
চৈধয় বৎসৰ নতু পাঞ্চ দেখিবাক॥
নিতে ৰোষ্ কৰন্ত চড়িয়া মোৰ কোলে।
হেনয় নকুল বাপু আছন্ত কুশলে॥
আদৰৰ বহাৰী পৰম সুচৰিতা।
পাঞ্চতো অধিক মোৰ দ্ৰৌপদীৰ চিন্তা॥

বনবাসে গৈল পতিগণক সাদৰি।
আপুনাৰ পাঞ্চ তনয়ক পৰিহৰি॥
উপদ্ৰৱ কৰিলে কীচক মহাবলে।
হেনয় দ্ৰৌপদী বাপু আছন্ত কুশলে॥
হেন প্ৰিয় দ্ৰৌপদীক দুঃশাসনে পাই।
যি বেলাত সমাজক নিলেক ঘষাই॥
চন্দ্ৰে সূৰ্য্যে নেদেখিলে যাহাৰ চৰণ।
কুৰু সমাজত দুষ্টে কৰে বিকৰ্থন॥
সিবেলাত দেখি আছে পৰম অন্যাই।
কেৱে কিছু নুবুলিলে আছিলেক চাই॥
যতেক সুহৃদ মানে মৌন হুয়া ৰৈল।
বিদুৰে ধৰ্ম্মত থাকি বুলিবাক লৈল॥
বিদুৰৰ বাক্যচয মনত নুগুণি।
চুল ধৰি দ্ৰৌপদীক সভা মাজে আনি॥
উৰুত বৈসায়া বুলিলেক লঘু বাণী।
তাসম্বাৰ কক্ষ ছেদ দেখিবোঁ কৈসানি॥
অজাত শত্ৰুক যিটো সভামাজে তুলি।
দাস বুলি যিটো জনে পিন্ধাইলে বাকলি॥
বস্ত্ৰমানে কাঢ়ি লই বনক খেদাইলা।
বিকৃত আকাৰ দেখি ৰঙ্গ বৰ পাইলা॥

সিটো দুষ্ট সবৰ অদ্যাপি দেখোঁ মুখ।
আত পৰে প্ৰভু মোৰ আছে কোন দুখ॥
আৰু এক বাৰ্ত্তা কহোঁ শুনা নাৰায়ণ।
যুধিষ্ঠিৰ ৰাজাত প্ৰথমে দিবা জান॥
পুৰুষৰ পো যদি হৱে পাঞ্চো ভাই।
কৌৰৱক মাৰি ৰাজ্য লৈবাক যুৱাই॥
যি কাৰণে ক্ষত্ৰিয় কুলত জন্ম ধৰি।
গুৰুগৃহে অস্ত্ৰচয় শিখিলে সাদৰি॥
পুত্ৰতো অধিকে গুৰু শিখাইলন্ত নিত।
হেন তাৰ কাল আসি ভৈলে উপস্থিত॥
দান্তে তৃণ ধৰি কৰোঁ তোমাত গোচৰ।
মোক দেখি দুৰ্গতি খণ্ডিবে পাণ্ডৱৰ॥
পিতৃহীন পাঞ্চ গুটি চৈবগুা তনয়।
তোমাৰ চৰণে এতিক্ষণে দিলোঁ মঞ॥
মাধৱে বোলন্ত পেসি শুনিয়ো বচন।
মহাবীৰ বলৱন্ত তযু পুত্ৰগণ॥
বনবাস খপিলা অজ্ঞাত পৰিহৰি।
কুশলে আছন্ত সৱে বিৰাটনগৰী॥
তাসম্বাক চিন্তা তুমি নকৰিবা মনে।
অল্পকালে কৌৰৱক সংহৰিবা ৰণে॥

আপুনি সামৰ্থ আৰু মই নিজবল
অকৌৰবা কৰিবন্ত ধৰণীমণ্ডল ॥
পাণ্ডবে বুলিলে মোত তোমাত গৌৰবে।
নমস্কাৰ কৰিবে বুলিলা গাৱে গাৱে ॥
এহি বুলি কৃষ্ণে আসনৰ উঠি যাই।
পাঞ্চ বাৰ নমিলা কুন্তীৰ দুই পাই ॥
বৈশম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
আত অনন্তৰে কথা শুনা কৌৰৱৰ ॥
যি বেলাত কৌৰৱৰ গৃহ পৰিহৰি।
বিদুৰৰ গৃহে গৈয়া ৰহিলন্ত হৰি ॥
সেহি বেলা উঠি দুৰ্য্যোধন মহাৰাজ।
খঙ্গে গৈয়া ভিতৰত পাতিলা সমাজ ॥
কৰ্ণ দুঃশাসন চিত্ৰসেন বিবিংশতি।
শকুনি সহিতে আৰু যতেক নৃপতি ॥
আছিলেক মানে চলি গৈলা সামৰাজে।
ভীষ্ম দ্ৰোণ বিদুৰ যে তিনি জন বাজে ॥
মাধৱক কোপে দুৰ্য্যোধন মহাৰাজে।
কংসাল সৰ্পৰ যেন নাকে বিষ বাজে ॥
দুই ওঠ কাম্পে কোপে নয়ন ফুৰাই।
বুলিবাক লাগিলা কৰ্ণৰ মুখ চাই ॥

দেখা দেখা কৰ্ণ তুমি কৃষ্ণৰ মহত।
সভামাজে মোক লাজ কৰিলেক যত ॥
সভামাজে হাতে ধৰি গৈলোঁ যাচিবাক।
নুবুলিলে মোক আৰো আখাৰেক বাক ॥
আৰো বোলে অন্ন নুভুঞ্জিবো তযু ঘৰে।
দেখা দেখা মোক অৱহেলা যাদৱৰে ॥
এনে লক্ষ কৃষ্ণে যদি নখাই মোৰ অন্ন।
তেবে দুৰ্য্যোধনক বাছয় কোন জন ॥
সন্ধিকালে জানো ইটো কপটৰ ঘাই।
পাণ্ডবেৰো ৰাজ্য খোজে আকে সখা পাই ॥
কৃষ্ণক ধৰিবো কালি সমাজৰ মাজে।
আবে মোৰ আদেশ শুনিয়ো সামৰাজে ॥
মহাৰথীগণ সাজি যাইবা বাজু লই।
বেঢ়ি বেঢ়ি কৃষ্ণক থাকিবা সাজু হুই ॥
আমাৰ সঙ্কেত আনে জানিবে নালাগে।
সমদল কটকে কৃষ্ণক ধৰা আগে ॥
সাত্যকিকো ধৰি পাচে দাৰুককো ধৰ।
তিনিয়ো জনক একেলগে বন্দি কৰ ॥
আনো আসি আছে সবাহাকে ধৰি বান্ধি।
বস্ত্ৰমানে কাঢ়ি লৈয়ো যাউক পাত পিন্ধি ॥

ৰাজাৰ বচন শিৰোগত কৰি সাৰ ।
ভাল বুলি সকলে কৰিলা অঙ্গীকাৰ ॥
এহি বুলি উঠি গৈলা ৰাজা দুৰ্য্যোধন ।
গিৰিসিত কৰিয়া ভাগিল সভাখান ॥
এত হন্তে ৰাত্রি বহি নব ঘটি গৈল ।
সেহিবেলা ভীষ্ম দ্রোণ একেখান ভৈল ॥
কৌৰৱত আড় কৰি অলক্ষিত ভাৱে ।
দুয়োজন চলি গৈলা মাধৱৰ ঠাৱে ॥
ফল মূল নিলা যত বিবিধ সম্ভাৰ ।
সুবৰ্ণ ৰজত যত আছিল আপাৰ ॥
কৃষ্ণৰ চৰণে দিলা কৰিয়া বিনতি ।
তাসম্বাৰ পূজা কৃষ্ণে লৈলা হাত পাতি ॥
কৃষ্ণৰ পাৱত দিলা তুষ্ট মনে আতি ।
তাসম্বাক সন্তোষ কৰাইলা যদুপতি ॥
মুহুতৰ গৌৰৱ বুলিয়া নানাভাৱে ।
দুইকো পঠাইলন্ত কৃষ্ণে আপুনাৰ ঠাৱে ।
তেসম্বো গৈলন্ত যদি আনন্দিতমতি ।
অনন্তৰে বিদুৰে কৃষ্ণত নিগদতি ॥
বিদুৰে বোলন্ত পাণ্ডৱক স্নেহ ভাৱে ।
আসি আছা দুৰ্য্যোধন নৃপতিৰ ঠাৱে ॥

সমন্বস্তি কৰিবাৰ আনন্দিত মন।
তথু বাক্য কিছু নকৰিব দুৰ্য্যোধন॥
পৃথিবীৰ ৰাজা যত সবাকো অনাইল।
অৰ্থ দিয়া ভীষ্ম দ্ৰোণ দুইহাঙ্কো বঢ়াইল॥
গুৰু গৌৰৱৰ বাক্য নমানয় দৰ্পে।
মন্ত্ৰক নুশুনে যেন উশৃঙ্খল সৰ্পে॥
তাৰ আগে বচন বুলিবা নাৰায়ণ।
চাণ্ডালক বেদ যেন শুনাৱে ব্ৰাহ্মণ॥
দেখিলেৰো দোষ শুনিলেৰো পাপে পাই।
আকে জানি উলটি যায়োক যদুৰাই॥
বিদুৰৰ বচনক সাধুৰ্ব্বাদ কৰি।
অনন্তৰে বচন বুলিলা দেৱহৰি॥
তোমাৰ বচন বেদবাক্য হেন মানো।
দুৰ্য্যোধনে ৰাজ্য নেদিবেক তাক জানো॥
তথাপিতো আসিলোঁ লোকৰ পুণ্য আশে।
কুৰু পাণ্ডৱৰ যুদ্ধ মিলিব আৱশে॥
তাৰ লগে অসংখ্য নৃপতি কটা যাই।
ৰাখিবাক পাৰিলে সবাৰে পুণ্য পাই॥
যদি মোৰ বচন নকৰে দুষ্টগণে।
অন্যো অন্যে মৰি যাইব যমৰ কৰণে॥

তথাপি লভিবোঁ পুণ্য শুনা মহাবল।
কলিযুগে উদ্যোগ মাত্রকে পাই ফল॥
এত হন্তে চাৰি বীৰে কৰিলা শয়ন।
বিদুৰ যে দাৰুক সাত্যকি নাৰায়ণ॥
অস্তপ্রায় ৰজনী তথাতে বিতোপন।
সেহি বেলা ভৈল আসি ৰজনী প্রসন্ন॥
নটে ভাটে জগাইলেক নিদ্রা পৰিহৰি।
শৌচ হুয়া স্নান গৃহে প্রবেশিলা হৰি॥
স্নান কৰি গায়ত্রী জপিলা নাৰায়ণ।
সেহি বেলা কর্ণে সমে আসি দুর্য্যোধন॥
মাধৱক মাতে অতি হৰিষিত মনে।
হৃদয়ে কপট তাৰ নজানয় আনে॥
উঠা উঠা প্রভু চলিয়োক এতিক্ষণ।
সভা মাজে বাট চাই আছে ৰাজাগণ॥
পাচে কৃষ্ণে ব্রাহ্মণ সবক দিলা দান।
বিদুৰে সহিতে দুয়ো শুনিলা পুৰাণ॥
কর্ণ দুর্য্যোধন দুই আছিলেক ৰই।
সেহি বেলা দাৰুক আসিলা ৰথ লই॥
ব্রাহ্মণগণৰ পাচে নমিলা চৰণ।
ৰথ দেখি মাধৱৰ আনন্দিত মন॥

ভূষণৰো ভূষণ অঞ্জন নিজ অঙ্গে।
নানাবিধ অলঙ্কাৰ পিন্ধিছন্ত ৰঙ্গে ॥
অলঙ্কাৰ পিন্ধি ৰাজ ভৈল যেতিক্ষণ।
দেখি সমস্তৰে ৰূপ হৰিল তেখন ॥
কৃষ্ণৰ আগত নোশোভয় কেৱে আন।
আদিত্যৰ আগত প্ৰদিপ যেন থান ॥
ভেৰ দিয়া ৰথত উঠিলা দামোদৰ।
পাচত সাত্যকি কৃতবৰ্ম্মা বীৰবৰ ॥
আনো যদু বীৰগণ হস্তী ঘোড়ে চড়ি।
দুয়ো পাশে কৃষ্ণক চলিলা ৰক্ষা কৰি ॥
মাধৱৰ ৰূপ দেখি নসহয় মন।
ঘনে ঘনে ফিৰি চাহে ৰাজা দুৰ্য্যোধন ॥
কৰ্ণক সম্মুখি বোলে দেখা দেখা কৰ্ণ।
ভালেতো ইহাক দেখি ভজে নাৰীগণ ॥
পৰোক্ষত কহোঁ আৰো বচন স্বৰূপ।
কোন বিধি ইহাৰ স্ৰজিলে হেন ৰূপ ॥
হেন ৰূপ আমাত নভৈল কি কাৰণে।
এহি বুলি ফিৰি চাহে ৰাজা দুৰ্য্যোধনে ॥
এত হন্তে নগৰত প্ৰবেশিলা হৰি।
অমৰাৱতী সম কুৰু নৃপতিৰ পুৰী ॥

নগৰৰ তিনি খান দ্বাৰ পৰিহৰি।
সভাৰ দ্বাৰত গৈয়া প্ৰবেশিলা হৰি ॥
দেখি গাৱ চালিলা সমস্ত ৰাজাগণ।
সেহি বেলা আসিলেক সপ্তঋষিগণ ॥
দেখি ভীষ্মে উঠিয়া কৃষ্ণৰ অনুমিতি।
পাদ্য অৰ্ঘ দিলা দুৰ্য্যোধন সমন্বিতি ॥
নমস্কাৰ কৰি বসিবাৰ দিলা ঠাই।
ৰাজাগণে অন্যো অন্যে আছে চাই চাই ॥
নানা ৰত্নে জিকি পাৰে কুৰু সভা খান।
ঠাই ঠাই ৰচিত সুবৰ্ণ সিংহাসন ॥
তাতে বসি নৃপতি সকলে কৰে কান্তি।
অমাৰৱতীপুৰে যেন দেৱতাৰ পান্তি ॥
যেতিক্ষণে সভাত প্ৰবেশ চক্ৰপাণি।
নৃপতিগণৰ সবে তেজ ভৈল হানি ॥
অলঙ্কাৰে নোশোভয় বিবৰ্ণ সকলে।
আদিত্যৰ আগে যেন প্ৰদীপ নজ্বলে ॥
থিয় দিয়া ৰাজাগণে কৃষ্ণক আকলি।
ঢাঙ্ক লাগি থাকৈ যেন চিত্ৰৰ পুতলি ॥
শুভ শুভ জয় জয় কৰে সাধুগণে।
প্ৰথমতে আসনে বসিলা নাৰায়ণে ॥

অযোধ্যাত ৰাম যেন স্বৰ্গে পুৰন্দৰ।
সত্যলোকে ব্ৰহ্মা যেন কৈলাসত হৰ॥
বৈকুণ্ঠত হৰি যেন লক্ষ্মী নেড়ে ঠাই।
সেহি মতে আসনে বসিলা যদুৰাই॥
পাচে আসনত বসিলন্ত ৰাজাগণ।
নিচুকি থাকিলা কেৱে নুবুলি বচন॥
কোকিলৰ স্বৰ যেন পুৰে সুমণ্ডিত।
জগত নিৰ্ভয় যেন পৰম ললিত॥
ধৰ্ম্ম অৰ্থ যুগুত পৰম উপকাৰী।
হেন ৰাজ্যে নৃপতিক মাতিলা মুৰাৰি॥
শুনা শুনা জেঠ ধৃতৰাষ্ট্ৰ নৃপবৰ।
তুমি সৰ্ব্বোত্তম যত নৃপতি কুলৰ॥
অজমিঢ় কুলে যাক গণিতাত গণি।
যাৰ শুদ্ধ গুণ যশে ঢাকিল ধৰণী॥
দেখন্তেৰো শোক লাগে শুনন্তেৰো দুখ।
এখানি দোষত নিন্দা কৰে তোমাৰাক॥
দুৰ্জ্জনৰ বোলে পাণ্ডৱৰ বনবাস।
জীৱন মৰণ তাৰ এড়িলাহা আশ॥
তাহাৰ ৰাজ্যক পুত্ৰেৰেৰে কৰা ভোগ।
বৃদ্ধ বয়সত জেঠা ইকি হৱে যোগ॥

বন পৰিহৰি অজ্ঞাতৰ দুখ পাই ।
তথু আজ্ঞা অদ্যাপি আছয় বাট চাই ॥
তুমি দেখোঁ যুদ্ধক উদ্যোগ বিপৰীত ।
ৰাজাগণ আনি আছা ইকি যথোচিত ॥
দুইতো জেঠা সমৰক অভিলাষ মনে ।
উদ্যোগ কৰিছা তুমি পৰম যতনে ॥
পাণ্ডৱক মাৰিলে সমস্তে ৰাজ্য পাই ।
কিন্তু দৈবগতি জেঠা বুজন নযাই ॥
যদি হেন হৱে যুদ্ধে পাণ্ডৱক মাৰি ।
সকলে পৃথিবী পাইবা অকণ্টকা কৰি ॥
তথাপিতো জেঠা পাচে স্মৰিবা মোক ।
কিছু ৰঙ্গ নপাইবাহা ভাতিজৰ শোক ॥
যদি হেন হৱে যুদ্ধে পাণ্ডৱ বিশাল ।
দুৰ্জ্জনৰ অগনি সাক্ষাতে যমকাল ॥
প্ৰচণ্ড বিশাল ঘোৰ দেৱতাৰ শৰে ।
নিগুটি কৰিয়া যেৱে কৌৰৱ সংহৰে ॥
তেবেতো তোমাৰ ভৰা নাৱ তল যাই ।
তেবে কি কৰিবা জেঠা নেদেখোঁ উপাই ॥
পৃথিবীৰ ৰাজাগণ আনি আছা যত ।
সবেৱো মৰিবে অন্যো অন্যে সমৰত ॥

আকে জানি দন্দ যদি নভাঙ্গাহা আগে।
বিশ্বদ্ৰোহ পাতক তোমাত তেবে লাগে॥
এহি বুলি আসনৰ উঠিলন্ত হৰি।
যুধিষ্ঠিৰ ৰাজাৰ কাকত শিৰে ধৰি॥
পাগৰ উপৰ কৰি কিৰীটিৰ আগে।
সামান্যৰ যেন নৃপতিত অনুৰাগে॥
সেহি মতে কৃষ্ণে অৱনত কৰি মাথ।
ধৃতৰাষ্ট্ৰ ৰাজাৰ দিলন্ত হাতে হাত॥
ধৃতৰাষ্ট্ৰে কাকত পঢ়াইলা বিদ্যমান।
যি বুলিলা যুধিষ্ঠিৰ ভীম যে অৰ্জ্জুন॥
যুধিষ্ঠিৰে নানা বুলিলন্ত প্ৰিয় ভাৱ।
অৰ্জ্জুনে বুলিলা যুদ্ধ সমৰ গৌৰৱ॥
ভীমে বুলিলন্ত ঘোৰ ঘাতক দুৰ্ব্বাৰ।
শুনি কষ্ট মিলি গৈল সকলে সভাৰ॥
সিবেলাত বাক্যচয় শুনি মাধৱৰ।
হেন জন নাহি কিছোঁ দিবেক উত্তৰ॥
কৃষ্ণৰ বাক্যত সবাহাৰে তুষ্ট মন।
কেৱলে নুশুনে তাক ৰাজা দুৰ্য্যোধন॥
ঘনে ঘনে উঠে বৈঠে চাহে চতুৰ্দ্দিশি।
হেন দেখি মাতিলন্ত পশুৰাম ঋষি॥

পৰশুৰাম বদতি শুনিয়ো ৰাজাগণ।
কাৰো বাক্য নমানে দাম্ভিক দুৰ্য্যোধন ॥
আপুনাৰ দম্ভতে আপুনি হৈবে ক্ষয়।
কহোঁ আবে শুনিয়ো দম্ভৰ কথাচয় ॥
শুন দুৰ্য্যোধন মোৰ বচন সম্প্ৰতি।
দম্ভ নামে প্ৰৰ্ব্বত আছিল নৰপতি ॥
তুমিও নমানস গুৰু গৌৰৱ যে মনে।
সিয়ো পাপী আছিলেক এনুৰা দুৰ্জ্জনে ॥
তোক যেন ভুঞ্জন্তে নাটয় বসুমতী।
সিয়ো পাপী আছিলেক এনয় দুৰ্ম্মতি ॥
দেৱাসুৰ মনুষ্যে নসহে যাৰ ছোট।
দম্ভ নামে দুৰাচাৰ ধূমকেতু গোট ॥
দুৰাচাৰ পাপিষ্ঠ দাম্ভিক দম্ভময়।
দশোদিশ ইঙ্গিততে জিনিল পৰায় ॥
যুদ্ধক নোৱাৰি যিটো ভেণ্টে নৃপবৰ।
তাৰ ৰাজ্য কাঢ়ি লৈয়া পাতয় কিঙ্কৰ ॥
যুদ্ধ কৰি ৰাজা যিটো সমৰত ঘাটে।
তাক আনি সপুত্ৰা বান্ধবে ধৰি কাটে ॥
পৰম দৰ্পিষ্ঠ সিটো নৃপতি প্ৰবল।
ময়মত্ত অযুত হস্তীৰ গাৱে বল ॥

থিয় হুইবে দম্ভৰ আগত কাৰ গহে।
তোৰ সম লক্ষেক নৃপতি দোলা বহে॥
এহি মতে দম্ভৰ অনেক কাল গৈল।
শুনা আত অনন্তৰে যেন কথা ভৈল॥
প্ৰতিদিনে দম্ভে সমাজত বসি বোলে।
দেখিয়ো বীৰত্ব মোৰ ব্ৰাহ্মণ সকলে॥
বিচাৰিয়ো দেবাসুৰ গন্ধৰ্ব্বৰ কাছে।
মোৰ সম বলৱন্ত বীৰ কোন আছে॥
এহিমতে নিতে প্ৰশংসয় আপুনাক।
শুনি বিপ্ৰগণে ক্ৰোধে নসহিলে তাক॥
শুন অৰে দম্ভ ইটো গৰ্ব্ব পৰিহৰ।
দেখি আছোঁ বলী ততোধিক ধনুৰ্দ্ধৰ॥
যদি সমৰক মনে আছে অভিলাষ।
এতিক্ষণে নৃপতি চলিয়ো তান পাশ॥
গন্ধ মাৰ্দ্দনৰ কোলে পৰ্ব্বতৰ কাছে।
বদৰিকাশ্ৰম নামে গ্ৰাম তৈত আছে॥
তাতে ঘোৰ তপস্যা কৰয় অনুপাম।
দেখিবিহি ঋষি নৰনাৰায়ণ নাম॥
যদি গহ আছে তোৰ এতিক্ষণে লড়।
হেন শুনি দম্ভৰ কৌতুক ভৈল বৰ॥

শুনি যেন স্বৰ্গ পাইলেঁ হৰিষিত মনে ।
সমদল কটকে চলিলা তেতিক্ষণে ॥
তাৰ যত সৈন্য কোনে লেখিবে প্ৰকটে ।
পোন্ধাৰে মাসৰ পথ ঘূৰিল কটকে ॥
এহিমতে বদৰিকাশ্ৰম পাইলা পাচে ।
বিচাৰিল নৰনাৰায়ণ যৈত আছে ॥
ঘোৰ তপস্যাত ক্লেশ শৰীৰ শুখান ।
দেখি দম্ভে দুই হন্তো মাগিলে যুদ্ধ দান ॥
নাৰায়ণে দম্ভক মাতিলে হেন শুনি ।
মোত যুদ্ধ খোজে ৰাজা জানি কি নজানি ॥
যুদ্ধকো নজানো শৰীৰতো নাহি বল ।
ঘোৰ তপস্যাত গাত্ৰ শুখাইল সকল ॥
বিশেষত ঋষি মোৰ ধনু শৰ নাহি ।
মোত যুদ্ধ খোজ ৰাজা দুই চক্ষু খাই ॥
অনা যুদ্ধে ভুঞ্জস সকলে বসুন্ধৰী ।
কিসক মৰিবে চাস ঘোৰ যুদ্ধ কৰি ॥
আমাৰ বচনে এভো যুদ্ধ পৰিহৰি ।
সুখে গৈয়া আপুনি ভুঞ্জিয়ো বসুন্ধৰী ॥
হেন শুনি দম্ভে মাতে মহাক্ৰোধ কৰি ।
শীঘ্ৰে যুদ্ধ দিবস বিলম্ব পৰিহৰি ॥

দাম্ভিকৰ দম্ভ গুচাইবাক মন কৰি।
নাৰায়ণে নৰক মাতিলা চক্ষু ঠাৰি॥
চক্ষুৰ নিশানে নৰে অনুমতি পাই।
বিৰিণাৰ শৰ ধনু সাজিলন্ত যাই॥
বিৰিণাৰ কৰিলা অক্ষয় তূণ বাণ।
বাকলিৰ কৰিল কৱচ পৰিধান॥
পাচে ইসিকাৰ ধনু টঙ্কাৰ কৰিল।
দশোদিশ পূৰিল সাগৰো খলকিল॥
দেখি দম্ভে আনন্দে কাচিলে যুদ্ধ কাচে।
চতুৰ্দ্দিশে নৰৰ বেঢ়িলে আগে পাচে॥
বতাসে আনিয়া ঘোৰ খৰোত্তৰ বেগে।
প্ৰচণ্ড সূৰ্য্যক যেন ঢাকিলেক মেঘে॥
দাৰুণ যে দুৰ্ব্বাৰ দম্ভৰ সেনা ঝাক।
নৰক আবৰি যদি দিলে শৰ ঝাক॥
প্ৰচণ্ড প্ৰহাৰ কোপে উঠি গৈল মন্যু।
পাচে নৰে তুলি লৈলা ইসিকাৰ ধনু॥
দম্ভৰ সেনায়ে প্ৰহাৰিলে যত মান।
তাক লাগি হানিলেক খৰিকাৰ বাণ॥
একো খৰিকাৰ বাণ এক কোটি ভৈল।
শৰ সব কাটিলেক ধূলি উৰি গৈল॥

আকাশত দেৱগণে কৰে জয় জয় ।
পাচে নৰে মাৰিলে দম্ভৰ সেনাচয় ॥
একো খৰিকাৰ বাণ এক কোটি ভৈল ॥
দম্ভৰ সেনাক ঢাকি বৰিষিবে লৈল ॥
বাসৱৰ বজ্ৰ যেন সুদৃঢ় সন্ধানে ।
কতো মুখে পশিয়া উজাই নাকে কাণে ॥
কাৰো গল কটা যাই খৰিকাৰ বাণে ।
শৰীৰত পশিয়া উজাই মৰ্ম্ম স্থানে ॥
হেন মতে সৈন্য সব পৰাভৱ দেখি ।
আগবাঢ়ি ধাইলে দম্ভে থানিকো নাপেখি ॥
দুই দণ্ডমানে যুদ্ধ ভৈলেক তুমুল ।
ঠাক ঠিক শবদ শুনিয়া হুলস্থূল ॥
পাচে ইসিকাৰ বাণে নৰ মহাবলে ।
ধনু শৰ ৰথ ধ্বজ কাটিলা সকলে ॥
আৰো বিন্ধিলেক তাক খৰিকাৰ বাণে ।
শৰীৰত পৰিয়া উজাই নাকে কাণে ॥
নাকে মুখে দম্ভে আতি পীড়া পায়া বৰ ।
উলটিয়া দম্ভে ভিৰি দিলেক লৰৰ ॥
যৈকে পলাই যাই তৈকে খেদি নেই বাণে ।
শৰীৰত পৰিয়া উজাই নাকে কাণে ॥

হেন দেখি দম্ভৰ ব্যাকুল ভৈল মন।
উলটি নৰৰ পাৱে পশিল শৰণ ॥
কৰিলেক তিনি সত্য দৰ্প দম্ভে এড়ি।
প্ৰশংসি দম্ভক নৰে সাধুৰ্ব্বাদ কৰি ॥
শিখিলেক তেবেঁ ৰাজনীতি যত বন্ধ।
তেবেসে নৰেয়ো তাৰ ৰাখিলেক কন্ধ ॥
যিটো নৰে দম্ভক দিলেক পৰাভয়।
পাণ্ডুবংশে তেহেন্তে চিনিবি ধনঞ্জয় ॥
নাৰায়ণ চিনিবিহি কৈলোঁ সাৰেসাৰ।
বৃষ্ণিবংশে ভৈলা তেন্তে কৃষ্ণ অৱতাৰ ॥
হেন জানি দুৰ্য্যোধন মোৰ বোল ধৰ।
কৃষ্ণ ধনঞ্জয়ক যে হেলা পৰিহৰ ॥
পৰম পুৰুষ দুয়ো জগতকাৰণ।
মোৰ বোলে আদৰিয়ো দুই হানো চৰণ ॥
যদি অৱহেলস সবংশে যাইবি ক্ষয়।
এহি বুলি ৰৈল জমদগ্নিৰ তনয় ॥
কণ্ব ঋষি বুলিলেক নাৰদে বুলিল।
তাসম্বাৰ বাক্য দুৰ্য্যোধনে নাদৰিল ॥
দুৰ্জ্জন সহিতে অৱহেলা কৰি বৰ।
উৰুত চাপৰ মাৰি হাঁসিলা বিস্তৰ ॥

দেখি কণ্ব ঋষি শাপ দিলা অভিমত।
উৰু ভগ্ন হৌক তোৰ ভীমৰ হাতত॥
শুনি হাঁহাঁকাৰ কৰে সভাসদ লোক।
ধৃতৰাষ্ট্ৰ নৃপতি কৰন্ত বৰ শোক॥
ধৃতৰাষ্ট্ৰে মাধৱক মাতিলেক পাচে।
তযু বাক্য কৰিবে আমাৰ মনে আছে॥
সবাহানে মনোনীত শুনি তযু বাক।
কিন্তু পুত্ৰ দুৰ্য্যোধনে নমানে ইহাক॥
তোমাৰ চৰণে তাক কথা শিখায়োক।
তেবেতো আনন্দ হবে সভাসদ লোক॥
ধৃতৰাষ্ট্ৰ নৃপতিৰ বচন সাদৰি।
দুৰ্য্যোধন ৰাজাক মাতিলা দেৱহৰি॥
শুন দুৰ্য্যোধন তযু পিতৃৰ বচন।
পাণ্ডৱক ৰাজ্য দিবে আছে তান মন॥
তুমি কেনে দাৰুণ ঘাতুক সৰ্ব্বকাল।
সন্তকুলে জন্মিলে এসুবা সুহি ভাল॥
গুৰু গৌৰৱৰ বাক্য যিটো অনাদৰি।
আপুনি প্ৰবৰ্ত্তে সিটো নীতি ধৰ্ম্ম এড়ি॥
সি জনৰ তিনিয়ো লোকত সুখ নাই।
আক জানি অৰ্দ্ধ ৰাজ্য দিবাক যুৱাই॥

যদি সাঙ্গে ৰাজ্য এড়ি দিয়া পাণ্ডৱক।
তথাপিতো হানি নাই শুনা মোৰ বাক॥
তোমাৰ পিতৃকে ৰাজ্য পাণ্ডৱেয়ো দিব।
যুৱৰাজ কৰি পাচে তোমাক থাপিব॥
ধৃতৰাষ্ট্ৰ ৰাজাক সেবিবে ৰাত্ৰি দিন।
বিনা যুদ্ধে হুইবে সবে তোমাৰ অধীন॥
যদি মোৰ বচনক নধৰস মনে।
তেবে যুদ্ধে ভীমক সমুখ হুইবি কোনে॥
কৌৰৱক কোপ মনে অত্যন্তে জ্বলন্ত।
হস্তিনাপুৰক চাই নিতান্তে গৰ্জ্জন্ত॥
নিতে গদা ধৰি সমৰক চাহে বাট।
ভূমিত কোবান্তে বসুমতী মেলে ফাট॥
আছুতো ভীমক ৰণে অৰ্জ্জুনক দেখি।
কোন জন কুশলে আসিবি প্ৰাণ ৰাখি॥
অৰ্জ্জুনৰ লগত যুঁজিবে যত মান।
সবে দেখি আছা মৎস্য নৃপতিৰ থান॥
অদ্যাপিয়ো নাৰীগণে হাঁসয় বিস্তৰ।
বস্ত্ৰ হৰুৱাইলা শুনো সবাৰে গাৱৰ॥
আনো হিত আজ্ঞাচয় শুনি মাধৱৰ।
অনন্তৰে ভীষ্ম দ্ৰোণে দিলেক উত্তৰ॥

শুন শুন বাপু দুৰ্য্যোধন নৃপবৰ।
কৃষ্ণৰ বচন সাৰোগত কৰি ধৰ॥
তযু পিতৃ ধৃতৰাষ্ট্ৰ তানো এহি চিত্ত।
আনো যত দেখা সবাহাৰে মনোনীত॥
যাবে যুধিষ্ঠিৰ নৃপতিৰ কোপানলে।
ক্ৰোধ দৃষ্টি চায়া যদি কৌৰৱ নড়লে॥
যাৱদকে সমৰত অৰ্জ্জুনৰ শৰে।
নৃপতিগণৰ শিৰ ভূমিত নপৰে॥
যাবে ভীমসেনে ঘোৰ গদাৰ প্ৰহাৰে।
যমঘৰে নযাৱা যে সসৈন্যে তোমাৰে॥
তাৱতে সত্বৰে উঠ সুগুণি বিমনে।
শৰণে পশিয়ো যুধিষ্ঠিৰৰ চৰণে॥
এহি বুলি মৌন ভৈল ভিয়ো বীৰবৰ।
শুনি দুৰ্য্যোধনে কিছো নিদিলে উত্তৰ॥
মৰোঁ জীয়োঁ কৰি ৰাজা আছিলেক শুনি।
সেহি বেলা বিদুৰে মাতিলা মনে গুণি॥
বিদুৰে বোলন্ত তোক প্ৰতি শোক নাই।
নৰন্তা জনক কোনে দিবেক জীয়াই॥
নাহি চক্ষু বৃদ্ধ ভৈল পৰম দুৰ্ভাগি।
মঞি শোক কৰোঁ এহি পাপিষ্ঠক লাগি॥

আশকত দেখি হৰি হৰি কৰে লোকে।
আৰো দুখ পাইব শত তনয়ৰ শোকে॥
নিদি আছে পূৰ্ব্বে অৱহেলি আছে যাক।
পাচে কোনে প্ৰতিপাল কৰিবে ইহাক॥
তাকো প্ৰতি শোক নাহি বিদুৰে বুলিল।
কিয় হেন দুৰাচাৰে পুত্ৰক তুলিল॥
নতু দায়া লাগন্তে ছোটত চল পাই।
কিয় হেন তনয়ক ৰাখিলে জুনাই॥
তোত হন্তে যত দুখ পাৱে নিৰন্তৰ।
নাহি শোক মোহ মোৰ কৌতুক বিস্তৰ॥
বিদুৰৰ বচনত বৰ লাজ পাই।
মহা কোপে বৈল ৰাজা দশন চোবাই॥
অঙ্গুলি ঠাৰিয়া বিদুৰক প্ৰতি বৈল।
কৃষ্ণক সম্মুখি পাচে বুলিবাক লৈল॥
দুৰ্য্যোধন বদতি শুনিয়ো পূৰ্ব্বাপৰ।
অকাৰণে নিন্দা মোক কৰা দামোদৰ॥
যি বুলিলা ৰাজ্য কাঢ়ি লৈলা পাশাছলে।
তাৰ কথা কহোঁ আবে শুনিয়ো সকলে॥
ইন্দ্ৰপ্ৰস্থ হন্তে হাম্ফুলিয়া পাঞ্চো ভাই।
পাশা খেলিবাক প্ৰতি আইল মোৰ ঠাই॥

মঞি পাশা নেখেলিলোঁ। এহি কথা জানি।
অনন্তৰে আগবাঢ়ি গৈলেক শকুনি ॥
শকুনিত আড়িলেক সবে ৰাজ্যভাৰ।
পাঞ্চো ভাই হাৰিলেক ভাৰ্য্যা আপুনাৰ ॥
আগে ৰঙ্গে খেলি পাচে কৰে অসন্তোষ।
শুণি চাৱা মাধৱ আমাৰ কিবা দোষ ॥
পাশা খেলি দাস ভৈল গৰ্ব্ব গৈল ভাগি।
পাচে খুজি লৈলোঁ মঞি শকুনিত মাগি ॥
তথাপিতো তুমি সবে নিন্দা চল পাই।
ইকালত জানিলোঁ। ভালৰ ভাল নাই ॥
ভীম ধনঞ্জয় আদি যত ধনুধৰ।
পাণ্ডৱক লাগি মোৰ কিছো নাই ডৰ ॥
যদি ৰণ জিনো মঞি পাণ্ডৱক মাৰি।
সকল পৃথিবী পাইবোঁ অকণ্টকা কৰি ॥
বৈৰক নিভলি ঘোৰ সমৰত ছেদোঁ।
অঙ্গুষ্ঠ প্ৰমাণ ৰাজ্য পাণ্ডৱক নেদোঁ ॥
শুনিয়োক কহোঁ মঞি সত্য অঙ্গীকাৰ।
আৰো ৰাজ্য খোজয় পাণ্ডৱ দুৰাচাৰ ॥
সূচি অগ্ৰে যত ভূমি পাৰি ভেদিবাক।
জিয়ো মানে ভূমি এড়ি নেদোঁ পাণ্ডৱক ॥

মাধৱে বোলন্ত ৰাজা শুনন্তেয়ো ভাল।
পাণ্ডৱক হিংসা নতু কৰা একো কাল॥
পাণ্ডৱক পাশা খেলি জিনিলে শকুনি।
তুমি দ্রৌপদীক দুখ দিলা কোন গুণি॥
সভা মাজে বিবস্ত্রা কৰিলা কোন কাজে।
ঊৰুত বৈসাইলা দেখিলেক সামৰাজে॥
দ্রৌপদীৰ ক্রন্দনত কম্পিলেক ভূমি।
হুইতো পাণ্ডৱক নতু কিছো কৰা তুমি॥
বিষ খুৱাই ভীমক মাৰিবে চাইলা চলে।
জোগৃহে পুৰিবাক খুজিলা যে সকলে॥
ৰাজাগণে ধন আনে তাকে চাই চাই।
ৰাজসূই দেখিয়া পোড়য় সৰ্ব্ব কাই॥
দেখিবে মুৰাৰি পাচে আসিলি ঘৰক।
হুইতো তই কিছো নতু কৰ পাণ্ডৱক॥
যদি যুদ্ধ খোজস সাজিয়ো যত লাগে।
জীৱন্তে নেড়িবে তোক ভীম কালবাঘে॥
ভীমৰ প্রহাৰে হৃদয়ত পাইবি শোক।
সিবেলাত কিছো মানে স্মৰিবি মোক॥
দুঃশাসনে বোলে শুনা ৰাজা দুৰ্য্যোধন।
ভীষ্ম দ্রোণ বিদুৰৰ বুঝিলাহা মন॥

আণিবাক পাৰিলে এসম্বাক বন্দী কৰি।
এখনে তোমাক পাণ্ডু ক দিয়ে ধৰি ॥
শুনি ৰাজা দুৰ্য্যোধনে ক্ৰোধ কৰি বৰ।
কৰ্ণৰ হাতত ধৰি গৈল অভ্যন্তৰ ॥
দেখি ৰাজাগণ গিৰিসিত্ত কৰি ভাগি।
শকুনি সহিতে গৈলা ভিতৰক লাগি ॥
দেখিলাহা কৃষ্ণে মোক অৱহেলা বৰ।
ভীষ্মৰ মুখক চাই দিলেক উত্তৰ ॥
এনে পাপী আছিলেক মন্দমতি কংশ।
উপদ্ৰৱ কৰিলে যতেক জ্ঞাতিবংশ ॥
তাৰ আগে বাপ মাৱ নৰহিল ভাই।
পাচে আৰো আনিলন্ত আমাক মতাই ॥
মঞিঙ যাই দুৰ্জ্জনক বধিলোঁ সমৰে।
সেহি দিনা ধৰি সুখী মথুৰা নগৰে ॥
তোৰা সেহিমতে দুৰ্য্যোধন বন্দী কৰি।
মহা সুখে থাকা পাণ্ডৱক দিয়া ধৰি ॥
এত হন্তে গান্ধাৰিণী সমজ্যাক গৈল।
দুৰ্য্যোধন তনয়ক বুঝাইবাক লৈল ॥
শিখাইলেক যত ৰাজনীতিৰ প্ৰমাণ।
কৃষ্ণৰ বচন বেদবাক্য সম জান ॥

ভীষ্ম দ্ৰোণ বিদুৰে বুলিলে যত যত।
যদি নকৰস বাপু মোহোৰ শপত॥
বাপাৰ শপত দশ কপিলা মাৰস।
যদি তই কৃষ্ণৰ বচন নকৰস॥
শুনি ৰাজা দুৰ্য্যোধনে ক্ৰোধমনে উঠি।
গান্ধাৰী মাৰৰ বচনক দিলে পিঠি॥
হেন দেখি ৰোষ কৰি গান্ধাৰিণী গৈল।
কৰ্ণ দুৰ্য্যোধনে পাচে আলচিবে লৈল॥
ৰাজাগণে উঠি বোলে শুনা মহাৰাই।
বান্ধি আনি কৃষ্ণক যোগাইবো তধু ঠাই॥
মহা দুষ্ট নৃপতিগণৰ প্ৰাণবৈৰী।
সবে মাৰ্ত্ত পাৰো যদি ধৰিবাক পাৰি॥
দুৰ্য্যোধনে বোলে কৰ্ণ উঠিয়ো সত্বৰে।
বাছি বাছি সৈন্য পাঞ্চা চাৰিয়ো দুৱাৰে॥
দুঃশাসন সমে পূব দক্ষিণত থাক।
পশ্চিমক লাগি মঞি পাঞ্চিলো মমাক॥
উত্তৰক লাগি ভগদত্ত মহাবলী।
আমাৰ আদেশ মাত্ৰ থাকিবা আকলি॥
বান্ধিবাক নিয়া সবে নাগপাশ জৰী।
খৰ্গচৰ্ম্ম নিয়া বসনৰ আঁৰ কৰি॥

আপুনাৰ সসৈন্যে থাকিবা বাট চাই।
যেন মতে মাধৱক ধৰিবাক পাই॥
ছিদ্র যদি পাইলা প চে ধৰিবাহা বেঢ়ি।
পলাইবাৰ সন্ধি জানে মহা দুষ্ট হৰি॥
দুৰ্য্যোধন আলোচ জানিয়া বিদ্যমানে।
জুমি জুমি সাত্যকি গৈলন্ত সেহি থানে॥
দুৰাচাৰগণে আলোচিল যত মানে।
আৰ দুই সাত্যকি শুনিলা সেহি থানে॥
হেন শুনি সাত্যকি অগনি সম জ্বলে।
কৃতবৰ্ম্মা বীৰত যে কহিলা সকলে॥
শুনা কৃতবৰ্ম্মা তুমি নচাহিবা আন।
ঝাণ্টে কৰ আমাৰ কটক জড়াই আন॥
তোমাৰ আমাৰ দুইৰ সাজি আনা ৰথ।
দুষ্ট কৌৰৱক আজি পেশোঁ যমপথ॥
শুনি কৃতবৰ্ম্মা শীঘ্রবেগে গৈলা ধাই।
তেতিক্ষণে আনিলন্ত কটক জড়াই॥
কেহো ৰথী ঘোটকত প্রমত্ত মাতঙ্গ।
অঙ্কুশৰ প্রহাৰত তোলাই আছে খঙ্গ॥
পৰম আক্রান্ত দেখি সৰ্ব্বলোকে বোলে।
দশন ভড়িয়া যেনো নগৰক তোলে॥

কেহো রথী রথত পদাতি সমে চাপি।
সভার দ্বারত গৈয়া রহিল বিয়াপি ॥
সাত্যকি বদতি সবে ঐতে থাকা রই।
কৃষ্ণর আগত মঞি জনাই আসোঁ গই ॥
এহি বুলি সাত্যকি শীঘ্রবেগে ধাই গৈলা।
কৃষ্ণর আগত কথা কহিবাক লৈলা ॥
শুনা শুনা দদা দুর্য্যোধন দুরাচার।
একোরে প্রকারে মন সুবুঝিয়া তার ॥
দুর্জ্জনে আলোচে প্রভু একেশ্বর পাই।
বন্দী করি তোমাক থৈবাক এহি ঠাই ॥
মাধবে বদতি কোনে ধরিবেক মোক।
অকারণে সাত্যকি মনত করা শোক ॥
কিমতে ধরিবে মোক একেশ্বর পাই।
সভামাজে বসি তুমি থাকা বাট চাই ॥
হেন শুনি উঠিলা সাত্যকি বীরবর।
ধৃতরাষ্ট্র রাজাত কহিলা নিরন্তর ॥
শুনা ধৃতরাষ্ট্র রাজা বচন আমার।
পরম দুর্জ্জন দুর্য্যোধন দুরাচার ॥
তাহার আলচ কহোঁ শুনা মন করি।
বন্দী করিবাক খোজে মাধবক ধরি ॥

যেন মহা মূঢ়মতি চণ্ডাল সকলে।
অগনিক বান্ধি লই বস্ত্ৰৰ আঞ্চলে॥
নতু অগ্নি নিমন্তে বসন পোৰা যাই।
দুৰাচাৰ পাপিষ্ঠ তোঠৈৰ সেহি নই॥
সাত্যকিৰ মুখে ধৃতৰাষ্ট্ৰে বাৰ্ত্তা পাই।
তেতিক্ষণে পাঞ্চিলেক বিদুৰক চাই॥
দুৰাচাৰ পুত্ৰ মোৰ অ ছে কোন থান।
কৰ্ণ দুঃশাসন যে শকুনি সমে আন॥
শুনিয়া বিদুৰ গৈলা আনিবাক মন।
কাচি পাৰি আপুনি আসয় দুৰ্য্যোধন॥
অৰ্দ্ধেক পথত গই লাগ পাইলা তাক।
পুনৰপি লগে যাই পাইলন্ত সভাক॥
যাক যৈত পাঞ্চি আছে দুৰ্য্যোধন ৰাই।
দূৰে থাকি ৰহিলেক সসৈন্যে যন্তাই॥
পূবত ৰহিল কৰ্ণ চাপি সমদলে।
দক্ষিণত বৈল দুঃশাসন মহাবলে॥
পশ্চিমত শকুনি উত্তৰে ভগদত্ত।
সবন্তেয়ো নেড়িবাহা ৰাজাৰ সম্মত॥
মধ্য থানে ৰহিলেক দুৰ্য্যোধন ৰাই।
ধৰিবাক মনে মাধৱক বাট চাই॥

পাচ হুয়া ৰহিল যতেক ৰাজাগণ।
সেহি বেলা ধৃতৰাষ্ট্ৰে বুলিলা বচন ॥
শুন অৰে পাপিষ্ঠ দুৰ্ম্মতি দুৰ্য্যোধন।
এনয় কুমতি তোক দিলে কোন জন ॥
যেন মহা মূঢ়মতি ছৰাল সকলে।
আকাশৰ চন্দ্ৰক ধৰিবে হাত মেলে ॥
প্ৰচণ্ড বায়ুক যেন মহা মূঢ়মতি।
তাক ৰাখিবাক খোজে দুই হাত পাতি ॥
সেহি মত দেখোঁ বাপু তোহোৰ সাহস।
কৃষ্ণক ধৰন্তে সবান্ধবে হৈবি নাশ ॥
পিতৃ হুয়া বাপ তোৰ ধৰোঁ চৰণত।
কৃষ্ণক ধৰিবে বুদ্ধি নলৈবি মনত ॥
বিদুৰে বোলন্ত আতি শুনন্তে পাগল।
যাক যুদ্ধে নপাৰয় দেবাসুৰ বল ॥
তিনিয়ো ভুবন থাকে যাৰ উদৰত।
ইকি দুৰাচাৰে তাঙ্ক ধৰিবে শকত ॥
মহাদেৱ সহিতে হাৰিল বানাসুৰ।
সবান্ধবে কংসক পেশিলে যমপুৰ ॥
মধুকৈতভক যিটো বধিলা সমৰে।
তাঙ্ক কি পাপিষ্ঠে.ইটো ধৰিবাক পাৰে ॥

বিশেষত দূতক ধৰিলে লাজ পাই।
ইটো পাপিষ্ঠৰো দেখোঁ তাতো লাজ নাই॥
দুৰ্য্যোধনে বোলে অৰে শুন দাসীসূত।
কাত বলে এত মান নিন্দস বহুত॥
সৰ্ব্বকালে কৃষ্ণৰ বখান পূৰ্ব্বাপৰ।
মঞি নতু দেখোঁ একো বীৰত্ব কৃষ্ণৰ॥
জৰাসন্ধ ভয়ে সাগৰত লৈলে ঠাই।
কাল যবনক ডৰে বিভঙ্গে পলাই॥
তুহি ৰাজবংশী সিংহাসন ছত্ৰধাৰী।
খাটনীয়া আছিলেক পৰম নিকাৰী॥
কুটুম্ব সম্বন্ধে মঞি দিলোঁ ৰাজ্যখান।
সিংহাসনছত্ৰ দিয়া কৰিলোঁ সন্মান॥
তাৰ উপকাৰ পাইলোঁ বৰ পাইলে লাই।
পাণ্ডৱৰ আদেশ কহয় মোৰ ঠাই॥
যত দেখ মানে তভো তু হকে আমাৰ।
বেঢ়ি ধৰ কৰ্ণ তঞি কিবা চাস আৰ॥
নৃপতিৰ আদেশ প্ৰচণ্ড বোল পাই।
ৰাজাগণ সসৈন্যে উঠিলা গিৰিসাই॥
ধৰ মাৰ বুলি সবে একেলগে চাপি।
চতুৰ্ভিতি বেঢ়ি যাই সমাজ বিয়াপি॥

হাতে নাগপাশ লৈয়া বান্ধিবাক মনে।
কৃষ্ণৰ সমীপ গৈয়া পাইলন্ত তেখনে ॥
দেখি হৰি উঠিলন্ত অল্প কৰি হাঁসি।
দিব্য ৰূপ ধৰিলন্ত সমাজ প্ৰকাশি ॥
পীতবস্ত্ৰ বনমালা কৃষ্ণৰে স্বৰূপ।
সকলে সমাজ ভৈল চতুৰ্ভুজ ৰূপ ॥
ধৰিবাক লাগি চাৰে নয়নে নিৰেখি।
যেহি ভিতি চাৰে সবে কৃষ্ণময় দেখি ॥
কৃষ্ণক নেদেখি সবে বিস্মামোহ ভৈল।
তঞি কৃষ্ণ বুলি কতো পুছিবাক লৈল ॥
এহি কৃষ্ণ বুলিয়া হাম্ফুলি কতো জন।
সাবটি ধৰিয়া বোলে তঞি কোন জন ॥
মাত বুঝি বোলে ককাই তোৰে মঞি ভাই।
নবান্ধ নমাৰ মোক মেলিয়ো ককাই ॥
এহি মতে হুলস্থুল আন্দোল গিলিল।
দুই দণ্ড মানে কাকো কেৰে নিচিনিল ॥
কৃষ্ণক নুৱাৰি সবে বুদ্ধি বলে ঘাটি।
ৰাজাগণ আসন বসিলা উলটি ॥
দুৰ্য্যোধনে বোলে মাধৱৰ দিন ভাল।
মায়া কৰি ছদ্মৰূপে পলাইল সকাল ॥

হেনয় অদ্ভুত মায়া নতু দেখি শুনি।
কাকো কেৱে নিচিনিল আপুন আপুনি ॥
এহি মতে আছিলেক ঘটি তিনি চাৰি।
পাচে সিটো ৰূপ তৈতে এড়িলন্ত হৰি ॥
গুচিলেক সবে কৃষ্ণ চিনাচিনি ভৈলা।
মহাকোপে কৌৰৱক বুলিবাক লৈলা ॥
শুন অৰে পাপিষ্ঠ দুৰ্ম্মতি দুৰ্য্যোধন।
একেশ্বৰ দেখি মোক ধৰিবাক মন ॥
কাকো লগে নেদেখি মনত অনুৰাগ।
খনিতেক ৰহ সবাহাঙ্কে পাইবি লাগ ॥
দেখি দুৰ্য্যোধনে পুনৰপি বোলে ধৰ।
শুনি ৰাজাগণ উঠিলেক আসনৰ ॥
ধৰিবাক লাগি সৱে কাচি পাৰি যাই।
হেন দেখি হাঁসি তুলিলন্ত যদুৰাই ॥
হৃদয়ত কোপ মুখে হাঁসি বিতোপন।
কাঠ হাঁসি হাঁসিলন্ত দৈবকীনন্দন ॥
কৌৰৱক কোপে কৃষ্ণ অন্তক সাক্ষাত।
প্ৰথমতে কপালত ব্ৰহ্মা ভৈলা জাত ॥
দুই বাহু হন্তে দশ দিকপাল ভৈলা।
কৌৰৱক কোপমনে গৰ্জ্জিবাক লৈলা ॥

হৃদয়ত হন্তে একাদশ ৰুদ্ৰগণ।
কৌৰৱক কোপমনে গৰ্জ্জন্ত সঘন ॥
নিজ ৰথে চড়ি পাণ্ডৱৰ পাঞ্চো ভাই।
ছাপন্ন কোটি যাদৱ মিলিল সেহি ঠাই ॥
মাধৱৰ সখী ধনঞ্জয় মহাবল।
বামে বলভদ্ৰ বীৰ লাঙ্গল মুষল ॥
একাদশ ৰুদ্ৰগণে ত্ৰিশূল উঠাই।
মাৰ মাৰ কৰি কৌৰৱক খেদি যাই ॥
তিৰি মিৰি দেখি চক্ষু কণা যেন ভৈল।
চক্ষু চেপি উলটি কৌৰৱ পলাই গৈল ॥
প্ৰথমতে ৰাজা দুৰ্য্যোধন পলাই গৈল।
ভীষ্মৰ খাটৰ তলে পৰি লুকাই ৰৈল ॥
তথাপিতো গাৱ কাম্পে চাৱে আগপাচ।
প্ৰচণ্ড বতাসে যেন কদলিৰ গাছ ॥
দুঃশাসন সমে তাৰ ঊনুশত ভাই।
গহীন গৰ্ত্তত পৰি থাকিলা লুকাই ॥
দুৱাৰচুকত পৰি থাকিলেক কৰ্ণ।
গালে মুখে মাটি ঘষি ভৈলেক বিবৰ্ণ ॥
শকুনি পৰিল মৃতকৰ বেশ ধৰি।
পেট গোট উখসাইল চক্ষু ঢেলা কৰি ॥

ভগদত্ত নৃপতি আৱণ দিয়া মাথে।
জানু পাৰি ভূমিত পৰিলা আথেবেথে॥
জয়দ্ৰথ ৰাজাৰ লাগিল বেবুৰাই।
পেট উখসায়া মুখ মেলিয়া ফোফাই॥
আপুনাৰ খড়্গত আপুনি কটা যাই।
সুশৰ্ম্মায়ো পৰিলন্ত হামুখুৰি খাই॥
আনো যত ৰাজাগণ পলাই বিভঙ্গে।
ভীষ্ম দ্ৰোণ বিদুৰে হাঁসন্ত মনোৰঙ্গে॥
কৃষ্ণৰ ৰূপত দশো দিশ চমকিল।
হাজাৰ আদিত্য যেন লগে দেখা দিল॥
প্ৰদ্যুম্নক আদি কৰি যাদব সকল।
শঙ্খ শিঙ্গা ৰাৱত মেদিনী টলমল॥
ধনুক টঙ্কাৰ কৰি সমৰক জাম্পে।
শৰৰ সন্ধানে ঘনে ঘনে মহী কাম্পে॥
একাদশ ৰুদ্ৰগণে ত্ৰিশূল উঠাই।
প্ৰলয়ৰ মেঘে যেন গৰ্জ্জি খেদি যাই॥
অৰ্জ্জুনে গাণ্ডীৱ ধনু টঙ্কাৰ কৰিল।
দশোদিশ পূৰিল সাগৰো খলকিল॥
কৌৰৱক ক্ৰোধত জুৰিলা পাশুপত।
সুৰাসুৰ দৈত্য দানৱৰ ভৈল ত্ৰস্ত॥

মেৰু গিৰি লড়িলেক যত গিৰিবৰ।
মহাভয়ে খলকিল সপত সাগৰ ॥
পথ এড়ি উজনিক বহে নদ নদী।
পাশুপত্র অস্ত্র বীৰে জুড়িলেক যদি ॥
বলোভদ্রে হস্তিনাপুৰক ধৰি বলে।
সমুদ্রেক টানি নেই উভাৰি লাঙ্গলে।
মধ্য সিংহাসনে নিজ ৰূপে ভগৱন্ত।
ধৃতি পুষ্টি কান্তি লক্ষ্মী মাৰে উপাসন্ত ॥
শঙ্খ চক্র গদা পদ্ম আদি অস্ত্রগণে।
মূৰ্ত্তি ধৰি উপাসন্ত কৃষ্ণৰ চৰণে ॥
দিব্য অলৌকিক ৰূপ জ্যোতির্ম্ময় ভৈল।
চক্ষু চেপি উলটি কৌৰৱ পলাই গৈল ॥
যিবা যৈত আছিল পৰিল সেহি থানে।
সিটো মাধৱৰ ৰূপ নেদেখিলে আনে ॥
নেদেখিলে আনো ৰাজাগণ সামৰাজে।
মহাভক্ত শিষ্ট সাধু চাৰিজন বাজে ॥
ভীষ্ম দ্রোণ বিদুৰ যে সঞ্জয় মহন্তে।
এহি চাৰি সিটো ৰূপ দেখিল সাম্প্রতে ॥
চাৰিকো দিলন্ত কৃষ্ণে দিব্য চক্ষু দান।
আৰো সপ্ত ঋষিগণে দেখি বিদ্যমান ॥

শুভ শুভ কৰিলেক আনন্দৰিত মনে।
পুষ্প বৃষ্টি কৰিলেক সপ্ত ঋষিগণে॥

——:০: —

বৈসম্পায়ন বদতি শুনিয়ো জন্মেজয়।
সহিলন্ত কৃষ্ণে কৌৰৱৰ দোষচয়॥
পাণ্ডৱৰ হাতে সবে মৰাইবাক মনে।
কাটিবাক পাৰিয়া ক্ষেমিলা নাৰায়ণে॥
এহি মতে আছিলেক ঘটি তিনি চাৰি।
পাচে সি:টা ৰূপ তৈতে এড়িলন্ত হৰি॥
গুচিলন্ত সবে মায়া একেশ্বৰ ভৈলা।
কৌৰৱক কোপমনে গৰ্জ্জিবাক লৈলা॥
শুন অৰে দুৰ্য্যোধন তোৰ লাজ নাই।
আমাক নধৰি কেনে আছস পলাই॥
নকাটিলোঁ তোক মঞি কাটিবাক পাৰি।
ভীম অৰ্জ্জুনৰ দুইৰো অঙ্গীকাৰ স্মৰি॥
এহি বুলি আসনৰ উঠিলন্ত হৰি।
ভীষ্ম দ্ৰোণ বিদুৰক বচনে সাদৰি॥
কৃতবৰ্ম্মা সাত্যকিৰ ধৰিলন্ত হাতে।
নিজ ৰথে চড়ি চলি গৈলা জগন্নাথে॥

বিদুৰৰ গৃহে গৈয়া প্ৰবেশিলা হৰি।
বিদায় কৰিলা কুন্তীক নমস্কাৰ কৰি॥
কুন্তীয়ো পুত্ৰক প্ৰতি দিলন্ত সন্দেশ।
আগবঢ়াই কৃষ্ণক পঠাইলা মহা স্নেহ॥
কৃষ্ণক দেখিবে মনে সঙ্গে বিপ্ৰগণ।
আগবাঢ়ি আসিলেক ৰাধাসূত কৰ্ণ॥
কৃষ্ণৰ পাৱত গৈয়া কৰি নমস্কাৰ।
কৰ্ণে বোলে প্ৰভু দোষ ক্ষেমিয়ো ইবাৰ॥
হেন শুনি অল্প কৰি হাঁসিলন্ত হৰি।
নিজ ৰথে চড়িলা কৰ্ণৰ হাতে ধৰি॥
চাহি আছে নগৰৰ নৰনাৰীগণ।
ৰথ ডাকি চলি গৈলা দেৱ নাৰায়ণ॥
কৃতবৰ্ম্মা সাত্যকি সহিতে যত বীৰ।
কৃষ্ণৰ সঙ্গত চলি যান্ত ধীৰে ধীৰ॥
এহি মতে চলি যান্ত দেৱ নাৰায়ণ।
কৰ্ণক সম্বুধি পথে বুলিলা বচন॥
শুনা শুনা কৰ্ণ আবে বচন আমাৰ।
আপুনাক তুমি কিয় নকৰা বিচাৰ॥
মহামানি তুমি আদিত্যৰ প্ৰিয় সুত।
যাৰ ভৰে নামি আছে পৃথিবী বহুত॥

তোমাক হেনসে কুৰুসমাজত কহে।
সাৰথিৰ পুত্ৰ বোলে ইকি গাৱ সহে ॥
নতু শুনা তুমি ইটো সংগোপ্য কাহিনী।
কুন্তীৰ গৰ্ভত জন্ম লভিছা আপুনি ॥
মহাৰাজা কুলবধূ গুণাকৰ গুণে।
হেনয় কুন্তীত জন্ম লভিছা আপুনে ॥
আপুনাৰ জন্মৰ সংগোপ্য বাৰ্ত্তা পাই।
কি কাৰণে আছা তুমি কৌৰৱৰ ঠাই ॥
পৰগৃহে ভুঞ্জে যদি সুবৰ্ণ কঙ্কণ।
তথাপিতো ধিক তাৰ নিষ্ফল জীৱন ॥
আপুন মাতৃৰ গৃহে ভিক্ষা মাগি খাই।
তথাপিতো লাজ নাহি আপুন বড়াই ॥
যদি পিতৃ মাতৃ তুল্য তোলে চিৰকাল।
তথাপিতো পৰৰ গৃহত নাহি ভাল ॥
পৰগৃহে দুঃখ অপৰাধ নিৰন্তৰ।
মনে গুণি আযাতে নৈয়োক পটন্তৰ ॥
পিতৃ নিয়া আমাক থৈলেক গোকুলত।
শুধিয়ো নন্দৰ গৃহে মোৰ দুঃখ যত ॥
অপুত্ৰিনী যশোদা আমাক পুত্ৰ পাই।
নকৰিলে দায়া অনুবন্ধ কিছো নাই ॥

পৰৰ পুত্ৰত কিবা পৰে কৰে শোক।
পঞ্চ বৎসৰতে ধেনু চৰাইলেক মোক ॥
কতেক কহিবোঁ মঞি যাতনা দুৰ্ঘোৰ।
গোপীগণে বেঢ়ি ধৰিলেক দধিচোৰ ॥
তথাপি নেড়াইলোঁ মঞি লৰৰি পলাই।
ধৰি আনি আমাক বান্ধিলে পাচে আই ॥
গৰুপঘা আনি দিলে গোৱালী সকলে।
উডুখলে বান্ধিলেক শৰীৰৰ বলে ॥
কতো সব দুৰ্জ্জন গোৱাল যত যত।
অপবাদ দেই নাৰীগণৰ সঙ্গত ॥
আপুনাৰ নাৰীক আমাৰ সঙ্গে বোলে।
শুনিলেক পিতৃ মাতৃ গিয়াতি সকলে ॥
কতো জনে ভাল বোলে কতো বোলে মন্দ।
কতো কতো গোৱালে আমাক কৰে দ্বন্দ ॥
হেন কথা শুনিয়া পৰম লজ্জা ভৈলোঁ।
পাচে ৰোষ কৰি মঞি মথুৰাক গৈলোঁ ॥
তথাত দুৰ্জ্জন কংস মোৰ প্ৰাণবৈৰী।
পিতৃগৃহে আইলোঁ কংস মাতুলক মাৰি ॥
তাসম্বাৰ আদৰত আছোঁ এত কাল।
উগ্ৰসেন ৰাজাক পাতিয়া মহীপাল ॥

হেন জানি আমাৰ বচনে মহাবীৰ।
এতিক্ষণে চলা যুধিষ্ঠিৰৰ মন্দিৰ ॥
কুন্তীৰ প্ৰথম পুত্ৰ বড় পাণ্ডৱত।
শুনিবন্ত যুধিষ্ঠিৰে আমাৰ মুখত ॥
যুধিষ্ঠিৰে শুনি হেন বচন আমাৰ।
আগবাঢ়ি তোমাক কৰিবে নমস্কাৰ ॥
যুধিষ্ঠিৰে চাৰি ভাই সহিতে তোমাক।
ৰাজ্য পাতি অনেক বুলিবে প্ৰিয় বাক ॥
কর্ণে বোলে ভাল প্ৰভু বুলিলা আপুনি।
ইটো কথা আমাৰ মনত আছোঁ গুণি ॥
দুর্য্যোধন সহিতে আলোচি বিপৰীত।
যত দুঃখ পাণ্ডৱক দিছোঁ প্ৰতিনিত ॥
দুর্য্যোধন নাম মাত্ৰ মঞি মুল ঘাই।
পাণ্ডৱক কৰি আছোঁ যতেক বিলাই ॥
যত মানে বয়স মনত পৰে ভালে।
পাণ্ডৱক হিংসাত গৈলেক এত কালে ॥
সভামাজে দ্ৰৌপদীৰ স্মৰি বিলাই।
কোন মুখে যাইবোঁ মঞি পাণ্ডৱৰ ঠাই ॥
দুই মুই প্ৰভু তুমি গুণি চাবা লাগে।
পাণ্ডৱে সহিতে দন্দ ইজন্মে নভাগে ॥

আৰো তাসম্বাৰ ৰাজ্যে হুইবো মহীপাল।
আত কৰি প্ৰভু মোৰ মৰণেসে ভাল ॥
কুন্তীৰো আমাক স্নেহ নুহি অনুৰাগে।
মৰিল বুলিয়া মোক এড়ি আছে আগে ॥
কুন্তী উপাৰ্জ্জিলে তুলিলেক ৰাধা আই।
অঙ্গীকাৰ কৰি আছোঁ কৌৰৱৰ ঠাই ॥
কৰজোড় কৰি বোলে কৰ্ণ বীৰবৰ।
ক্ষমা কৰা প্ৰভু আৰো নোবোলা বিস্তৰ ॥
এহি বুলি কৰ্ণ নামি ৰহিল তথাত।
ৰথ ডাকি মাধৱ চলিলা ৰাজপথ ॥
পালটি আসিল যদি ৰাধাৰ নন্দন।
ৰথ ডাকি চলি যান্ত দেৱ নাৰায়ণ ॥
বৃকস্থলবাসী আসি প্ৰজা যত যত।
আগবাঢ়ি বাৰ্ত্তা পুছে কৃষ্ণৰ আগত ॥
মাধৱৰ আগে বাৰ্ত্তা সোধে সবে বেঢ়ি।
পাণ্ডৱৰ ৰাজ্য কি কৌৰৱে দিলে এড়ি ॥
সময়ন্তি কৰিলাহা কুৰু পাণ্ডৱৰ।
কিনো ৰঙ্গ ভৈল আজি আমাৰ মনৰ ॥
একে বংশে,জাত সবে কুৰু পাণ্ডুগণ।
একে গাছ বৃক্ষ যেন পৰম শোভন ॥

তাতে কৰ্ণ শকুনি ভৈলেক কৰবত ।
বৃক্ষৰূপ পাণ্ডৱৰ ফালিলে মাজত ॥
তুমি আজি সবাকে কৰিলা এক থান ।
আতপৰে মাধৱ আনন্দ নাহি আন ॥
শুনি হৰি অল্প কৰি মাতিলন্ত চাই ।
অল্প কৰি মাতিলা গম্ভীৰ অভিপ্ৰাই ॥
কুৰু পাণ্ডৱৰ সময়ন্তি ভৈল যত ।
অল্প কালে তোমাসাত হৈবেক বেকত ॥
এহি বুলি ৰথ ডাকি চলিলন্ত হৰি ।
গধূলি বেলাত পাইলা বিৰাট নগৰী ॥
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ ।
কৃষ্ণ আসিবাৰ কথা শুনি যুধিষ্ঠিৰ ॥
সসৈন্যে সহিতে সমদলে পাঞ্চো ভাই ।
আগবাঢ়ি গৈলা আনন্দৰ সীমা নাই ॥
আসন্ত নৃপতি কৃষ্ণে দেখিয়া পথত ।
ৰথ হন্তে নামি প্ৰণামিলা চৰণত ॥
যুধিষ্ঠিৰে আঙ্কোৱালি ধৰি হৃদয়ত ।
পৰম সন্তোষ ভৈলা বাক্য গদগদ ॥
প্ৰেমে পুলকিত তিনি তাপ ভৈল হত ।
যেন ক্ষুদ্ৰ নদী সব পৰে সমুদ্ৰত ॥

ভীমেয়ো কৃষ্ণক পাই ধৰি দুই হাতে।
মহা স্নেহে সাবটি ধৰিলা আথেবেথে ॥
যেন পতিব্ৰতা নাৰী পায়া স্বামী সঙ্গ।
তেতিক্ষণে আনন্দ মনত মিলে ৰঙ্গ ॥
সেহি মতে কৃষ্ণক ভীমেয়ো লাগ পাই।
কতোক্ষণ মানে ধৰি নিলে আলগাই ॥
অনন্তৰে কৃষ্ণক অৰ্জ্জুনে আলিঙ্গিল।
অৰ্জ্জুনকো নাৰায়ণে আলিঙ্গি ধৰিল ॥
নকুল সহদেৱ দুই নমিলা কৃষ্ণক।
মাধবেয়ো আলিঙ্গি ধৰিলা দুই হস্তক ॥
সি বেলাত তথাতে যতেক ৰাজাগণ।
মাধৱক নমিলেক কৌতুহল মন ॥
এহি মতে সভা মাজে বসিলন্ত হৰি।
বসিলা পাণ্ডৱগণ কৃষ্ণক আবৰি ॥
মাধৱক আবৰি চৌপাশে বীৰগণ।
নিছুকি থাকিলা কেৱে নুবুলি বচন ॥
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
যুধিষ্ঠিৰে কৃষ্ণক মাতিলা ধীৰে ধীৰ ॥
যুধিষ্ঠিৰ বদতি শুনিয়ো দামোদৰ।
তব দৰশনে মোৰ কৌতুক বিস্তৰ ॥

চিৰকালে বৃদ্ধ পিতৃমাতৃ বাৰ্ত্তা পাইলোঁ।
তোমাক দেখন্তে যেন মাৱক দেখিলোঁ॥
কুশলে কি আছে ধৃতৰাষ্ট্ৰ নৃপবৰ।
দুৰ্য্যোধন কুশল শতেক ধনুধৰ॥
ভীষ্ম পিতামহ বৃদ্ধ বাহ্লীক নৃপতি।
কুশলে কি আছে যুযুৎসেন মহামতি॥
কৃপ কৃতবৰ্ম্মা অশ্বত্থামা মহাবীৰ।
শকুনি কুশল যাৰ কপট শৰীৰ॥
কুশলে কি আছে সোমদত্ত মহাৰথ।
নাৰিগণ কুশলে কি আছয় সমস্ত॥
গান্ধাৰী কুশলে আছা পতিব্ৰতা মাৱ।
বন্ধুগণ কুশলে কি আছা ঠাৱে ঠাৱ॥
ভ্ৰাতৃ পুত্ৰ ভাগিন মাতুল পুত্ৰচয়।
দাসগণ আমাঠেৰ কুশলে আছয়॥
যথা অশ্বত্থামা থাকে দ্ৰোণৰ তনয়।
সি দেশৰ কুশলক নাহিকে সংশয়॥
ব্ৰাহ্মণক দান দেন্ত সম্প্ৰতিক বাঢ়ি।
আমি যিবা দিলোঁ কিবা তাকো নৈলে কাঢ়ি॥
পিতা পুত্ৰে ব্ৰাহ্মণৰ দোষ ক্ষমা কৰে।
ব্ৰাহ্মণক পূজা ৰাজা কৰে কি নকৰে॥

বিধি স্রজি আছে ব্ৰাহ্মণৰ শুদ্ধ কাই।
যাৰ পৰিতোষে ধৰ্ম্ম অৰ্থ মোক্ষ পাই॥
কিবা পাণ্ডৱক মন্দ বোলে কুৰুগণে।
কিবা ভাল বোলে প্ৰভু কহিয়ো এখনে॥
যিটো মোৰ প্ৰিয় ভাই বাসবৰ সূত।
যাৰ বল দেখি হৰে পূজিলা বহুত॥
গাণ্ডীব টঙ্কাৰ মেঘ গৰ্জ্জনৰ সম।
হেন ধনঞ্জয়ক প্ৰশংসে কুৰুগণ॥
মত্ত গজ সম বলৱন্ত বৃকোদৰ।
বলে পৰাক্ৰমে যেন যম সমশৰ॥
যাক ভয় সততে নছাড়ে দুৰ্য্যোধন।
হেন ভীম সেনক স্মৰন্ত কুৰুগণ॥
মাদ্ৰীৰ তনয় সহদেৱ মহাবল।
কলিঙ্গ দেশক যিটো জিনিলে একল॥
সুভণিত সহদেৱ যাহাৰ বচন।
বৃদ্ধগণে আদৰ কৰন্ত অনুক্ষণ॥
ত্ৰিশূল সদৃশ যাৰ একৈ একৈ শৰ।
দাৰুণ যুদ্ধত ধনঞ্জয় পটন্তৰ॥
যাক স্নেহ সততে নছাড়ে মোৰ মনে।
হেন নকুলক কি স্মৰন্ত কুৰুগণে॥

ধৃতৰাষ্ট্ৰ পিতা মোৰ গান্ধাৰিণী আই।
পিতামহ ভীষ্ম দ্ৰোণ বিদুৰ খুড়াই ॥
পৰোক্ষত এহি চাৰি মোক কি বুলিল।
কিবা দুৰ্য্যোধন কিবা মোক প্ৰশংসিল ॥
যাক স্মৰি মনৰ নুগুচে দুঃখ শোক।
কুন্তী মাৱে কি বুলিলে তাকো কহিয়োক ॥
পাণ্ডৱৰ অৰ্দ্ধৰাজ্য খুজিবাক প্ৰতি;
কৌৰৱৰ পাশে তুমি গৈলা যদুপতি ॥
সি কাৰ্য্য সিজিল প্ৰভু তোমাৰ প্ৰসাদ।
কৌৰৱে কি আমাক দিলেক ৰাজ্য আদ ॥
যিটো দুৰ্য্যোধনৰ মনত অদভুত।
মোক ৰাজ্য নেদিবাক প্ৰতিজ্ঞা বহুত ॥
গুৰু পুৰোহিতৰ আগত বাৰম্বাৰ।
মোক ৰাজ্য নেদিবাৰ প্ৰতিজ্ঞা তাহাৰ ॥
সঞ্জয়ৰ আগত কহিছা এহিথানি।
কৰ্ণ ভৰি আপুনি শুনিছা চক্ৰপাণি ॥
দুৰাচাৰ পাপিষ্ঠ দুৰ্ম্মতি দুৰ্য্যোধন।
সি কি ৰাজ্য দিলে প্ৰভু তোমাৰ বচন ॥
তোমাৰ প্ৰসাদে দুয়ো ঘৰে একে ঠাই।
ইটো তযু উপকাৰ সুজন নযাই ॥

কৌৰৱ পাণ্ডৱ পঞ্চাধিক ভাই শত।
একেলগে সবেয়ো বসিবো আসনত ॥
নানাবিধ উপহাস্য কৌতূহল সহে।
দেখি ৰঙ্গ কৰিবন্ত ভীষ্ম পিতামহে ॥
ধৃতৰাষ্ট্ৰ পিতা মোৰ গান্ধাৰিণী আই।
পিতামহ ভীষ্ম দ্ৰোণ বিদুৰ খুড়াই ॥
আনো জ্ঞাতিগণে ৰঙ্গ কৰিবে বিস্তৰ।
দুৰাচাৰ পাপী কৰ্ণ শকুনিত পৰ ॥
তোমাৰ প্ৰসাদে প্ৰভু সিদ্ধি মনোৰথ।
সবে বন্ধুবান্ধৱক দেখিবো সমস্ত ॥
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
এহি বুলি যুধিষ্ঠিৰ কৌতুক বিস্তৰ ॥
আনন্দৰ সীমা নাহি প্ৰসন্ন বদন।
মাধৱৰ মুখক চাহন্ত ঘনে ঘন ॥
শুনি হৰি অল্প কৰি মাতিলন্ত পাচে।
চৌপাশে আবৰি ৰাজাগণে শুনি আছে ॥
শুনা দদা যুধিষ্ঠিৰ কহোঁ মঞিঃ সাৰ।
তিনিবিধ প্ৰাণী দেখোঁ সকলে সংসাৰ ॥
সত্ত্ব ৰজঃ তমঃ প্ৰকৃতিৰ তিনি গুণে।
তিনি গুণে সবাহাৰ মতি ভিন্নে ভিন্নে ॥

তমঃ গুণে জগতকে দেখৈ বৈৰ ভাৱ।
ৰজঃ গুণে মহা দৰ্প দাম্ভিক স্বভাৱ॥
সত্ত্ব গুণে শুদ্ধ আতি পবিত্ৰ পৰম।
তিনিয়ো জগত সিটো দেখৈ মিত্ৰ সম॥
এতেকতে দদা তুমি সাত্ত্বিক স্বভাৱ।
কৌৰৱক দেখা তুমি সুহৃদ বান্ধৱ॥
তমঃ গুণে উপজিল ৰাজা দুৰ্য্যোধনে।
তিনিয়ো জগত ভাল নমানয় মনে॥
আপুনাৰ মতি যেন উপমাক লই।
জগতকে শত্ৰু মিত্ৰ তেনয় দেখই॥
আৰো বাৰ্ত্তা কহোঁ দদা শুনা সাৱধানে।
যি দিনাত যাত্ৰা দিয়া পঠাইলা আপুনে॥
সি দিনাত পাইলোঁ বৃকস্থল নামে গ্ৰাম।
তাতে ৰহি সি দিনাত কৰিলোঁ বিশ্ৰাম॥
প্ৰভাততে গৈলোঁ কুৰু নৃপতিৰ পুৰি।
হস্তিনাপুৰক তব আজ্ঞা শিৰে ধৰি॥
ভীষ্ম আদি কৰি কুৰু বৃদ্ধ নিৰন্তৰ।
আগ বাঢ়ি নিয়া মোক কৰিয়া সাদৰ॥
সি দিনা ৰহিলোঁ মঞি বিদুৰৰ ঘৰে।
কুন্তী পেসী সহিতে কথায়ে উজাগৰে॥

কুন্তী পেসী তোমাক আমাক স্নেহ ভাবে।
মহা দুঃখে আছন্ত ডণ্ডেকে যুগ যাবে॥
হেন দেখি মোৰ মনে ভৈল মহা ভীত।
প্ৰভাততে উঠি মঞি বিদুৰে সহিত॥
দুন্দুভি বজাৱে কৌৰৱৰ সভা চানি।
ধুন্ধুৰি মহৰি ভেৰী নানা বোল শুনি॥
কৃতবৰ্ম্মা সাত্যকিক দুইক লগে লই।
প্ৰভাততে সভা মাজে প্ৰবেশিলা গই॥
শুনি ধৃতৰাষ্ট্ৰ ৰাজা কৰিলন্ত মান।
উচ্চ সিংহাসন দিলা বসিবাৰ থান॥
সি বেলাত তব যত আজ্ঞা নিৰন্তৰ।
সকলে কহিলোঁ কুৰু সভাৰ ভিতৰ॥
শুনি মহা ভয় ভৈল কুৰু বৃদ্ধগণ।
ধৃতৰাষ্ট্ৰ নৃপতিৰ ৰাজ্য দিবে মন॥
গান্ধাৰীৰো ৰঙ্গ দেখি আছে সাম ৰাজে।
একে পাপী দুৰ্য্যোধন নৃপতিত বাজে॥
দেখি সপ্ত ঋষিগণে বুলিলন্ত তাক।
ভীষ্মে বুলিলন্ত তান নুশুনিলে হাক॥
দ্ৰোণে বুলিলন্ত আৰো বিদুৰে বুলিল।
তাসম্বাৰ বাক্য শুনি অধিকে জ্বলিল॥

পাচে দুৰ্য্যোধনে কৰিলেক অঙ্গীকাৰ ।
সভা মাজে আমাক গৰ্জ্জিলে বাৰম্বাৰ ॥
সূচি অগ্রে যত ভূমি পাৰি ভেদিবাক ।
সিয়ো মানে ৰাজ্য দদা নেদয় তোমাক ॥
হেন জানি দদা তুমি আমাৰ বচনে ।
সত্বৰে মিলায়ো পৃথিবীৰ ৰাজ্য মানে ॥
মহা ঘোৰ ৰণে সমৰক কৰা সাৰ ।
কৌৰৱক মাৰি ৰাজ্য লৈয়ো আপুনাৰ ॥
কহে ৰাম সৰস্বতী এড়ি আন কাম ।
নিৰন্তৰ নৰে ডাকি বোলা ৰাম ৰাম ॥

———:※:——

নমো নমো নাৰায়ণ সৃষ্টি স্থিতি উদ্ধাৰণ
নব বিধ লক্ষণ যাহাৰ ।
তেন্তে প্রভু আদি দেৱ কৰোঁ লক্ষ কোটি সেৱ
জানি মোক কৰিয়ো উদ্ধাৰ ॥
মাধৱে কহিলা যত কৌৰৱ কুলৰ বাৰ্ত্তা
যুধিষ্ঠিৰে শুনি নিৰন্তৰ ।
দুৰ্য্যোধনে ৰাজ্য নেদে ইহাতে সে মন খেদে
মনে মনে গুণিলা বিস্তৰ ॥

দ্ৰৌপদীৰ দুঃখ বৰ স্মৰি ৰাজা নিৰন্তৰ
ললাটৰ হস্তে বহে ঘাম।
ভীষ্মক দ্ৰোণক মানি গোএ হত্যা মনে জানি
যুধিষ্ঠিৰ ভৈলা উপশাম॥
ভীমৰ ক্ৰোধত বৰ চাহি আছে নিৰন্তৰ
দুয়ো নয়নৰ নীৰ বহে।
গদা গোট ডাঙ্গি বৰ নাদিলন্ত ভয়ঙ্কৰ
যাৰ চোট পৃথিবী নসহে॥
গাণ্ডীৱ ধনুক ধৰি অৰ্জ্জুনে টঙ্কাৰ কৰি
শবদে পূৰিলা দশোদিশ।
সহদেৱ নকুলৰ সিংহনাদ ভয়ঙ্কৰ
সভাখান ভৈল উসমিস॥
এহি মতে বীৰচয় কৰে সৱে জয় জয়
কৌৰৱক বধিবাক মন।
যুধিষ্ঠিৰ নৃপতিৰ উৎসাহ বঢ়ায়া কৃষ্ণে
সেহি বেলা বুলিলা বচন॥
ৰঘুদেৱ নৃপতিৰ ৰূপৱতী পটেশ্বৰী
তান দুই পুত্ৰ ভৈলা জাত।
নিজ গুণে গুণাকৰ মুকুন্দ দেৱ যে বৰ
ছোট বলি নাৰায়ণ খ্যাত॥

দৈৱযোগে হেন ভৈল যেন সূৰ্য্য অস্ত গৈল
মাণিকক বিন্ধিলেক ঘূণে।
সৰ্ব্ব লোকে কৰে শোক মুকুন্দ যে পৰলোক
দেহ ধৰ্ম্ম মৰমৰ গুণে॥
তাহান কনিষ্ঠ ভাই ৰূপে যাক সম নাই
ৰঘুদেৱ নৃপতিৰ সুত।
নামে বলি নাৰায়ণ দেখি যাৰ গুণাগুণ
দ্বিজগণে প্ৰশংসে বহুত॥
কায়স্থ কুলৰ ধীৰ ৰঘুদেৱ নৃপতিৰ
নাৰায়ণ লস্কৰ প্ৰধান।
তানে এক কন্যাজাত ৰত্নমালা নামে খ্যাত
সুলক্ষণে নাহিক সমান॥
ৰঘুদেৱে কন্যা চাই পুত্ৰৰ সদৃশ পাই
বলি নাৰায়ণ তনয়ক।
বিবাহ কৰাইলা আঁতি মনোহৰ সভা পাতি
দশৰথে যি মতে ৰামক॥
ৰত্নমালা মহাদেই বলি নাৰায়ণ সমে
প্ৰকাশিলা একত্ৰত বসি।
বন্ধুগণে জোকাৰিল নানা বাদ্যে উথলিল
স্বৰ্গত ৰোহিণী যেন শশী॥

পৰাক্ৰমে গুণালয় ৰূপে যেন ধনঞ্জয়
যাৰ যশ দশোদিশে গৈল।
ধৰ্ম্মৱন্ত দেখি সাৰ স্বৰ্গ মহাৰাজা যাৰ
ধৰ্ম্মনাৰায়ণ নাম থৈল॥
আমাৰ আশীষা বৰে যাবচ্চন্দ্ৰ দিবাকৰে
ধৰ্ম্মনাৰায়ণ চিৰঞ্জীৱ।
স্বধৰ্ম্মে পালিয়ো প্ৰজা হুয়ো একে ছত্ৰে ৰাজা
সদা বৰ দিয়ন্তোক শিৱ॥
শুনিয়োক সভাসদ ইটো ভাৰতৰ পদ
বঢ়াটুটা দোষ ক্ষমা কৰি।
পুষ্পাঞ্জলি কৰি স্তুতি বোলো ৰাম সৰস্বতী
সঘনে ঘুষিয়ো ৰাম হৰি॥

—:*:—

মাধৱ বদতি শুনা ৰাজা যুধিষ্ঠিৰ।
মহা বলৱন্ত দেখোঁ তজু যত বীৰ॥
ঘোৰ ৰণে ইন্দ্ৰকো জিনিছে বাৰম্বাৰ।
হেনয় অৰ্জ্জুন সদা সহায় তোমাৰ॥
দাৰুণ যুদ্ধত যাক হৰে প্ৰশংসিল।
যাক দশ দিগপালে নিজ অস্ত্ৰ দিল॥

যিটো বীৰে পাশুপত অস্ত্ৰ আছে পাই ।
হেন ধনঞ্জয় দদা তোমাৰ সহাই ॥
যিটো বীৰ প্ৰচণ্ড দাৰুণ বৃকোদৰ ।
মহা ক্ৰোধ নিৰ্দ্দয়ত যম পটন্তৰ ॥
পৰ্ব্বত বিহৰে যাৰ পাৱৰ প্ৰহাৰে ।
যাহাৰ প্ৰচণ্ড গতি পৃথিবী নধৰে ॥
সমৰত হস্তীয়ে ঘোটকে দলি যাৰ ।
হেন বৃকোদৰ দদা সহায় তোমাৰ ॥
নকুল সহদেৱ দুই দাৰুণ শকতি ।
যাক ডৰে কাম্পে দুৰ্য্যোধন নৰপতি ॥
যাক ডৰে কুৰু সৈন্যগণ চমৎকাৰ ।
হেন দুই বীৰ দদা সহায় তোমাৰ ॥
অৰ্জ্জুনৰ প্ৰিয় শিষ্য বীৰ যুযুধান ।
এক অক্ষৌহিনী যাৰ সেনা আগুৱান ॥
প্ৰিয় ভাই আমাৰ সদৃশ মোৰ গুণে ।
যাক যোদ্ধা বুলি লেখে ভীষ্ম দ্ৰোণ কৰ্ণে ॥
বজ্ৰ সম লোহাৰ কবচ পৰিধান ।
তোমাৰ নিমিত্তে দদা আড়ি আছে প্ৰাণ ॥
এক শত ৰথক একলে দেই ধাৰ ।
হেনয় সাত্যকি দদা সহায় তোমাৰ ॥

আমাকো লেখিবা দদা তোমাৰ নিমিত্তে।
সাৰথি স্বৰূপে যাইবোঁ অৰ্জ্জুনে সহিতে॥
বুদ্ধিবলে যিমান অৱস্থা মোৰ কাই।
সিমান অৱস্থাৰূপে আমিয়ো সহাই॥
যদ্যাপি তোমাৰ সম সুহিকো যুঁজাৰ।
তথাপিতো দদা মই সেৱক তোমাৰ॥
দ্রুপদ বিৰাট আদি আনো বীৰচয়।
তোমাৰ নিমিত্তে দদা প্ৰাণকো আড়য়॥
এতেকতে দদা তুমি হেলা পৰিহৰি।
আপুনাৰ ৰাজ্য লৈয়ো কৌৰৱক মাৰি॥
বৈসম্পায়ন বদন্তি শুনিয়োঁ জন্মেজয়।
ৰাজাগণ কৃষ্ণৰ বচন শুনি ভয়॥
ৰঙ্গ ভৈলা কৌৰৱক যুঁজিবাক মন।
সিংহনাদ কৰিলেক সৱে বীৰগণ॥
সহদেৱ বীৰৰ হৰিষ ভৈল মন।
জানুশিৰে মাধৱৰ নমিলা চৰণ॥
শুনি দ্রৌপদীৰ আনন্দৰ সীমা নাই।
প্ৰদক্ষিণে কৃষ্ণৰ নমিলা দুই পাই॥
পাণ্ডৱৰ কথা যত এথনে আছোক।
আত পৰে কৌৰৱৰ কথা শুনিয়োক॥

ঋষিয়ে বোলন্ত কথা শুনা মন কৰি।
যি বেলা আসিলা কৃষ্ণে কৌৰৱক এড়ি॥
সি বেলাত সমস্তে কৌৰৱ ভৈলা ভয়।
সভা মাজে ধৃতৰাষ্ট্রে বিলাপ কৰয়॥
বিদুৰ বাহ্লীক কৃপ ভীষ্ম বিবিংশতি।
আসম্বাক ধৃতৰাষ্ট্রে অনাইলন্ত মাতি॥
সাল শৈল সুদক্ষিণ ৰাজা দুৰ্য্যোধন।
ধৃতৰাষ্ট্র নৃপতি কৰন্ত দুঃখ মন॥
পাণ্ডৱৰ মহিমা স্মৰন্তে মনে ভয়।
দুৰ্য্যোধন তনয়ক গৰিহা কৰয়॥
ইহাক স্মৰন্তে মোৰ মনে অসন্তোষ।
দুৰ্য্যোধনে কৃষ্ণক কৰিলে বৰ দ্রোহ॥
দেখিয়ো বিদুৰ বাপু পাণ্ডৱ বিনীত।
সৰ্ব্বকালে গুৰু গৌৰৱত বৰ হিত॥
সহিলেক কৌৰৱৰ দ্রোহ চিৰকাল।
তভো দুৰ্য্যোধন পাপী লগাইলে ঘকাল॥
ক্রোধ বাক্য বিসৰ্জ্জি কালত যুধিষ্ঠিৰে।
সমৰত কুৰুকুল অৰণ্যত এড়ে॥
সি বেলাত দুৰ্য্যোধন হৈবে দৰ্পহানি।
ঘনে ঘনে স্মৰিবে কৃষ্ণৰ বাক্যখানি॥

যি বেলাত ক্রোধে বৃকোদৰ মহাৰথী।
ক্ষুদ্র কুৰুকদলিবনত যেন হাঁথী॥
ৰণ ভূমি নসহিব দিব ঘোৰ ৰিঙ্গ।
ভয়াতুৰ পশুৰ মধ্যত যেন সিংহ॥
ক্রোধে গদা তুলি ধৰি শৰীৰৰ বলে।
তেজ খাই নাচন্ত পৰম কৌতুহলে॥
সি বেলাত দুৰ্য্যোধনে নিন্দি সমৰক।
গৰিহা কৰিবে মনে শকুনি কৰ্ণক॥
যি বেলাত সমৰে নকুল মহাকাই।
সমৰক আসে ঘোৰ পৃথিবী কম্পাই॥
ধনু ধৰি অৰ্দ্ধচন্দ্র শৰ একোপাতে।
একেলগে একো কোটি কৌৰৱক কাটে॥
সি বেলাত বিদুৰৰ সুমৰি বচন।
অসন্তোষ কৰিবেক ৰাজা দুৰ্য্যোধন॥
শতেক ঘোটক যাৰ হৰিদ্রা বৰণ।
মুখগোট পাণ্ডুৰ যে শ্যাম এক কৰ্ণ॥
সুবৰ্ণৰ তাৰা থানে থানে আছে আড়ি।
তাতে চড়ি যদি সহদেৱে দেই ধাৱি॥
তেবে সি কালত পাপমতি দুৰ্য্যোধনে।
শকুনিক গালি পাৰিবেক ঘনে ঘনে॥

যি বেলাত মহাক্রোধে ক্ষত্রিয় কুমাৰ ।
কালক আপেক্ষি যেন পাল তক্ষকৰ ॥
মাতৃৰ নিকাৰ মোৰ স্মৰি সেহি মতে ।
বাট চাই আছে দ্রৌপদীৰ পাঞ্চ সূতে ॥
ঘোৰ ধনু ধৰিয়া পৰম কোপমনে ।
কপোত যূথক যেন পাঞ্চ গোটা সেনে ॥
ফুৰি ফুৰি নিড়লিব কুৰু সৈন্যগণ ।
দেখি শোক কৰিবেক পুত্র দুৰ্য্যোধন ॥
যি বেলাত অভিমন্যু ক্ষত্রিয় কুমাৰ ।
বলে বীৰ্য্যে ৰূপে যেন কৃষ্ণৰ আকাৰ ॥
যাৰ ক্রোধ শুনন্তে আমাৰ মনে ভীত ।
ভীষ্মক দ্রোণক যিটো নকৰে ইঙ্গিত ॥
বীৰ ধনঞ্জয় যাক নুহি পটন্তৰ ।
ভাগিন বুলিয়া আদৰন্ত গদাধৰ ॥
সিংহৰ যেনয় তেন মৃগক জোলক ।
যি বেলাত ৰথে চড়ি ধাবে কৌৰৱক ॥
যত দুঃখ দিয়া আছে কৌৰৱ সকল ।
মোৰ শৰে সবাকে দিবন্ত তাৰ ফল ॥
তেবে সি বেলাত পাপমতি দুৰ্য্যোধনে ।
শকুনিক গালি পাৰিবেক ঘনে ঘনে ॥

যি বেলাত ধনঞ্জয় ইন্দ্রৰ কুমাৰ।
বানৰ ধ্বজক তুলি ৰথে পয়োসাৰ ॥
প্ৰাণসখি মাধৱে ডাকিবে চাৰি হয়।
যি বেলা অৰ্জ্জুনে ৰণভূমি প্ৰবেশয় ॥
মহাক্ৰোধে কৌৰৱসমুদ্ৰে দিবা বুড়।
সৰ্পচয় বিনাশন্ত যি মতে গৰুড় ॥
সেহি মতে কৌৰৱক বিচাৰি বিচাৰি।
যমপুৰ ভৰাইবন্ত সবাহাঙ্কে মাৰি ॥
তেবে দুৰ্য্যোধনে কৰ্ণ শকুনিক নিন্দি।
কৃষ্ণৰ বচন সুমৰিবে কান্দি কান্দি ॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মেজয়।
এহি বুলি ধৃতৰাষ্ট্ৰ নৃপতি কান্দয় ॥
চাই চাই আছে ৰাজাগণ নিৰন্তৰে।
ভীষ্মে উঠি ৰাজাক মাতিলা ধীৰে ধীৰে ॥
ছুইতো ৰাজা ক্ৰন্দন কৰহ দুঃখমনে।
ই কথা পূৰ্ব্বত কিয় নপৰিল মনে ॥
যি বেলাত তোহোৰ তনয় দুৰ্য্যোধন।
পাশা খেলিবাক প্ৰতি কৰি আলোচন ॥
তঞি যদি আজ্ঞা দিলি পাশা খেলিবাক।
সি বেলাত প্ৰথমে বিদুৰে দিলে হাক ॥

যি বেলাত তৰ পুত্ৰ পাপিষ্ঠ কুমতি।
অধৰ্ম্ম পাশাক পাতে শকুনি সহিতি॥
মায়া কৰি যুধিষ্ঠিৰ ৰাজাক জিনিল।
সি বেলাত পাপী তোক দ্ৰোণে হাক দিল॥
যি বেলাত পাঞ্চ পতি শাৰ্দ্দূলৰ আগে।
দ্ৰৌপদীক ঘষাইলে মৃগক যেন বাঘে॥
সি বেলাত ভগৱাইলোঁ আমিয়ো বুঝাই।
লাভ দেখি তৈসানি তোহোৰ মন যাই॥
এবে শোক কৰি কিয় হৱস আকুল।
দুৰ্য্যোধন অনৰ্থৰ তঞি মাত্ৰ মূল॥
অদ্যাপিয়ো ৰাজা যদি দেস ৰাজ্য আদ।
তেবে কি কাৰণে হৈবে বংশত বিবাদ॥
বিষদান কৈলি আনো দ্ৰোহ যত যত।
গুণাকৰ পাণ্ডৱে যে সহিলা সমস্ত॥
ইবাৰৰ দ্ৰোহ পুনু সহন নযাই।
যেন কঙ্কালত কোৰ সৰ্পে আছে পাই॥
সভামাজে যত কৰি আছস বিপত্তি।
নিতে নিতে ভীমক যে স্মৰাৱে দ্ৰৌপদী॥
এবে যদি বৃকোদৰে গদা ধৰি দাঙ্গি।
শতেক শৃগাল পাপী কৌৰৱক লাগি॥

সি বেলাত তোৰা সেহি পাশটিক হান।
আত পৰে উপায় নেদেখোঁ মন্ত্ৰি আন॥
এবে কি কাৰণে শোক কৰ তঞ্চি অন্ধ।
জল বহি গৈলে কি কৰিবে সেতুবন্ধ॥
নাহি তোত ৰাজনীতি নজানস ধৰ্ম্ম।
কি কাৰণে পাপী তোৰ মুগুচয় মৰ্ম্ম॥
ইদানিক ৰাজা ৰাজনীতি ধৰ্ম্ম শুনি।
কোন শত্ৰু মিত্ৰ চিনা হুয়োক আপুনি॥
ৰাজনীতি শুনি চিন শত্ৰু মিত্ৰ কোন।
কাক পৰ বুলি কাক বুলিয়া আপুন॥
কাক হিত মন্ত্ৰী বুলি পাত্ৰ বুলি কাক।
বিদুৰত পুছ ৰাজা ইসব কথাক॥
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
এহি বুলি মৌন ভৈলা গঙ্গাৰ কুমৰ॥
শুনি কৌতুহল ধৃতৰাষ্ট্ৰ নৰপতি।
ৰাজনীতি পুছিলন্ত বিদুৰক মাতি॥
শুনিয়ো বিদুৰ বাপ মোৰ প্ৰাণ ভাই।
ৰাজনীতি ধৰ্ম্ম মোত কহিয়ো বুঝাই॥
হেনবা স্থিৰ হবে আমাৰ মনত।
কহিয়োক মোত ৰাজনীতি ধৰ্ম্ম যত॥

বিদুৰ বদতি শুনা পৰম শোভন।
প্ৰথমতে শুনা কহোঁ ৰাজাৰ লক্ষণ॥
মহা শান্ত শিষ্ট ৰাজা হৈবে ধৰ্ম্ম নীতি।
প্ৰজাকো বিবিধ ধৰ্ম্ম শিখাইবে সম্প্ৰতি॥
নৃপতিৰ অসত্য বোলন্তে বৰ দোষ।
শুনি আই বসুমতী কৰে অসন্তোষ॥
দুৰ্গম থানত পাত কৰিবে বিস্তৰ।
যিটো জন হোবে বুধিমন্ত নৰেশ্বৰ॥
তাতে ধনধান্য সব থৈবেক ভৰাই।
আপদ বেলাত যেন ৰক্ষিবাক পাই॥
বিচক্ষণ নৃপতি বিচাৰি গুণগণ।
বিচাৰিবে যত ভৃত্যগণৰ লক্ষণ॥
নিজ কাৰ্য্য সাধিবাক কতো ভৃত্যচয়।
শক্ৰ জিনিবাক মনে ৰাজাক সেবয়॥
অন্যায়ে সন্যায়ে কৰে ধন উপাৰ্জ্জন।
চিনিবে সামান্য সিটো ভৃত্যৰ লক্ষণ॥
নৃপতিত হন্তে ঐশ্বৰ্য্যক আশা কৰে।
গ্ৰাম ভূমি আশায়ে সেবয় যিটো নৰে॥
ফুৰয় লোকত নিজ ঐশ্বৰ্য্য দেখাই।
চিনিবেক মধ্যম সেৱক মহাৰাই॥

নৃপতিত সেৱা যিটো কৰে ৰঙ্গমনে।
পতিব্ৰতা নাৰী যেন স্বামীৰ চৰণে॥
শত ধন পাইলে তাক নকৰে আদৰ।
নৃপতিৰ কৰ্ম্মত প্ৰবৰ্ত্তে নিৰন্তৰ॥
নৃপতিত বিনে পিতৃ মাতৃকো নচাই।
সিজন উত্তম ভৃত্য জানা মহাৰাই॥
যদি ভ্ৰাতৃ ভাগিন বা সুহৃদ সম্প্ৰীতি।
ৰাজাৰ কুশল নবাঞ্ছিবে দিনে ৰাতি॥
তাকে বুলি শত্ৰু যেন ৰোগ শৰীৰৰ।
যাহাক তেজিলে সুখে থাকে কলেৱৰ॥
যদ্যাপি পৰৰ পুত্ৰ মহা হিতকাৰী।
কায়বাক্যমনে যিটো হিতক আচৰি॥
তাকে বুলি হিত ৰাজা ভাল মতে জানি।
গৃহক আনিবে তাক আপুনাৰ মানি॥
পৰে পৰ পুত্ৰত কৰয় হিত বোধ।
মহা উপকাৰী যেন বনৰ ঔষধ॥
আপুনাৰ সম যিটো বুধিমন্ত পাত্ৰ।
যত হস্তী ঘোড়াচয় নিয়োজিবে তাত॥
আপুনি পালিবে প্ৰজাগণক নৃপতি।
বুধিমন্ত আপুনাৰ পাত্ৰে সমস্থিতি॥

পাতিবেক সেনাপতি প্ৰজাক ৰক্ষক।
দুৰ্জ্জনত হস্তে বান্ধিবেক সমস্তক ॥
পিতৃৰ সদৃশ বিশ্বাসৰ যিটো ঠাই।
তাকে ৰন্ধনত নিয়োজিবে মহাবাহ ॥
অৰ্থকামলোভত নাহিকে যাৰ মন।
দ্বাৰত পাতিবে বৃদ্ধ বৃদ্ধ দ্বাৰিগণ ॥
যেই সেই সেৱকৰ নুবুঝিয়া মতি।
আপুনাৰ ভিতৰক নিনিবে নৃপতি ॥
মাতৃৰ সদৃশ বিশ্বাসৰ থান যাত।
নৃপতিৰ ৰন্ধনক নিয়োজিবে তাত ॥
নিতে একে থানত নুশুইবে নৰপতি।
ক্ষত্ৰিয়ৰ নুবুঝিয়া তনয়ৰ মতি ॥
অলক্ষিত ভাৱে ৰাজা শুতিবে সম্প্ৰতি।
উত্তম ভৃত্যত পৰে নজানিবে আতি ॥
বেদৰ বিহিত যত নানা বিধ ধৰ্ম্ম।
নানা ধৰ্ম্মে নৃপতি কৰিবে নানা কৰ্ম্ম ॥
ব্ৰাহ্মণক অৱহেলা নকৰিবে মনে।
ব্ৰাহ্মণসেৱাত পাই যত পুণ্য মানে ॥
যেন ফুটা কলসত নৰহয় জল।
ব্ৰাহ্মণৰ অসন্তোষে ধৰ্ম্মৰ বিফল ॥

মল্লবিদ্যা খড়্গবিদ্যা ধনুর্বিদ্যা মানে।
সেনাগণ নিবন্ধি থৈবেক থানে থানে ॥
মন্ত্রণা কৰিবে ৰাজা পৰম ৰহস্য।
শত্রুক জিনিয়া ৰাজা কৰিবেক বশ্য ॥
সদবুদ্ধি কুবুদ্ধি প্রজাৰ যত যত।
ঈশ্বৰেসে দেন্ত তাক জানিবা সমস্ত ॥
ৰক্ষা কৰিবাক যাৰ ঈশ্বৰৰ মন।
তাৰ মনে সুবুদ্ধি বঢ়ান্ত নাৰায়ণ ॥
সংহৰিবে তান যাক ঈশ্বৰৰ চিত।
তাৰ মনে কুবুদ্ধি বঢ়ান্ত নিতে নিত ॥
পাপক জনান্ত হৰি মায়াবী জনক।
পাখি জাত ভৈলে যেন পলাই ছটক ॥
সেহি মতে মায়াবীক ছৰি বেদ যাই।
মায়া পাশে মায়াত বিবিধ দুঃখ পাই ॥
বিচক্ষণ নৃপতি দেখিলে প্রজাগণ।
নুপুছন্তে চিনি তাৰ ভালমন্দ কোন ॥
সাধুক জানিয়া সাধু কর্ম্মক কৰন্তে।
বীৰক জানিয়া মহা ভয় উপগতে ॥
অগ্নিত দহিলে জানি সুবর্ণৰ কাই।
আচাৰত জানিয়া কুলৰ অভিপ্রাই ॥

দুখিত কালত জানি পণ্ডিতৰ জ্ঞান।
আপদত জানি শত্ৰুমিত্ৰৰ প্ৰমাণ ॥
ধনত জানিয়া পুৰুষৰ যেন চিত।
নাৰী শুদ্ধ পাৰে যদি যৌবন ৰাখিত ॥
সভা নুবুলিয়া বৃদ্ধগণ নাহি যাত।
সিয়ো বৃদ্ধ নোহে ধৰ্ম্ম নোবোলে সাক্ষাত ॥
ইদানীক কহোঁ শুনা কৰ্ম্মৰ নিৰ্ণয়।
তাকে বুলি কৰ্ম্ম যাত দুঃখ নুপজয় ॥
দিবসত সি কৰ্ম্ম কৰিবে নৰপতি।
মহাসুখে যেন বঞ্চিবাক পাৰে ৰাতি ॥
যাৱে জীৱে মানে কৰ্ম্ম কৰিবেক সাৰ।
পৰলোকে মোক্ষ যেন হোৱে আপুনাৰ ॥
আয়ু শ্ৰী যশ কীৰ্ত্তি কৰে বিঘাতন।
নুশুনিবে ৰাজা দুষ্ট মন্ত্ৰীৰ বচন ॥
ই কথা প্ৰমাণ লৈয়ো আপুনাতে তুমি।
কৌৰবৰ শ্ৰীহানি কৰিলে শকুনি ॥
বিদুৰে কহিলা যত আনো ধৰ্ম্মচয়।
সংক্ষেপে কহিলোঁ পদ বাহুল্যক ভয় ॥
ৰাজনীতি শুনি ধৃতৰাষ্ট্ৰে জানিলন্ত।
দুৰ্য্যোধন মহাশত্ৰু মনে মানিলন্ত ॥

পাণ্ডৱ পৰম হিত মনত জানিলা।
তথাপিতো ৰাজ্যক দিবাক নপাৰিলা॥
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
দুৰ্য্যোধনে মাতিলেক গঙ্গাৰ কুমৰ॥
শুন দুৰ্য্যোধন মঞি বাৰ্ত্তা এক পাইলোঁ।
পাণ্ডৱৰ অভিপ্ৰায় সকলে জানিলোঁ॥
বিনা ৰাজ্য নপাইলে পাণ্ডৱ নোহে শান্ত।
তঞি ৰাজ্য নেদ তাক তেসম্বো জানন্ত॥
সত্য অঙ্গীকাৰে বন্দী হুয়া ধৰ্ম্মপাশে।
তথাপিতো কৃষ্ণক পঠাইলে ৰাজ্য আশে॥
কৃষ্ণৰ বচন পৰিহৰিল নিশ্চল।
সাত আঠ দিবসত পাইবি তাৰ ফল॥
কোন ক্ষুদ্ৰ কৌৰৱ অৰ্জ্জুনে স্বৰ্গপুৰ।
পাশুপত্ৰ হানি ঘোৰ বধিলা অসুৰ॥
কৃষ্ণ যাৰ সহায় বঢ়ান্ত গাৰে বল।
যুধিষ্ঠিৰে বিনাশিবা কৌৰৱ সকল॥
আকে জানি কথা কহোঁ নকৰিবা ৰাগে।
তৃণ সম দেখোঁ তোক পাণ্ডৱৰ আগে॥
কুৰুবংশ ৰক্ষা যাউক নুগুণিবি মনে।
শৰণে পশিয়ো যুধিষ্ঠিৰৰ চৰণে॥

পাণ্ডৱক বৈৰ ভাব কৰি আছ যত।
তোক দেখি যুধিষ্ঠিৰে ক্ষেমিবে সমস্ত ॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মেজয়।
ভীষ্মৰ বচনে দুৰ্য্যোধন দুৰাশয় ॥
অধোমুখে ৰহিলেক নুশুনিলে তাক।
মহন্তে নুশুনে যেন ইতৰৰ বাক ॥
হেন দেখি ভীষ্ম দ্ৰোণে দুইকো দুই চাই।
অন্যো অন্যে বোলে আত পৰে দুঃখ নাই ॥
সবংশে নাশিবো ইটো পাপিষ্ঠৰ হেতু ॥
কুৰুকুলমধ্যে দুৰ্য্যোধন ধূমকেতু ॥
আৰ অৰ্থে পাণ্ডৱক যুঁজিবো কেমনে।
এহি বুলি ক্ৰন্দন কৰন্ত ভীষ্মদ্ৰোণে ॥
ভীষ্মে বোলে আত পৰে দুঃখ আছে আৰ।
মহা গুণৱন্ত পাঞ্চ পাণ্ডুৰ কুমাৰ ॥
মহা স্নেহে যাক কোলে বোকে আছোঁ তুলি।
শিশুকালে আমাক মাতিলা পিতৃ বুলি ॥
পৰম বিনীত মোৰ যুধিষ্ঠিৰ নাতি।
শত্ৰু পক্ষ তথাপি আমাক স্নেহ আতি ॥
পৰম দাৰুণ বীৰ তথাপি মহন্ত।
জননীত কৰিয়া আমাক আদৰন্ত ॥

বংশধৰ নাতি মোৰ পৰম নিপুণ।
কতক কহিবোঁ মঞি অৰ্জ্জুনৰ গুণ॥
মহা শান্ত নকুল সহদেৱ দুই ভাই।
তৃণৰ প্ৰহাৰ কৰিবাক মুযুৱাই॥
কি মতে হানিবোঁ শৰ বজ্ৰ সম দৃঢ়।
পৰশন্তে অগ্নি সম বিষ পটন্তৰ॥
দ্ৰোণে বোলে মঞি মৰোঁ ইহাকে সুমৰি।
কি মতে পাণ্ডৱক প্ৰহাৰিবোঁ শৰ ধৰি॥
অশ্বত্থামা পুত্ৰ সম অৰ্জ্জুনক স্নেহ।
হাতে হাতে অস্ত্ৰচয় শিখাইছোঁ নিশেষ॥
হেন পাণ্ডৱক মঞি যুঁজিবো ৰণত।
পুত্ৰতো নিৰ্দ্দয় আমি ৰাক্ষসৰ মত॥
অৰ্জ্জুনে যি মতে মোক কৰন্ত সম্মান।
অশ্বত্থামা আদৰ নকৰা হেন থান॥
এতেকতে পুত্ৰতো অধিক ধনঞ্জই।
কি মতে যুঁজিবো তাঙ্ক নিদাৰুণ মঞি॥
আমি যত হিত বোলোঁ নুশুনয় ভালে।
এতেকতে ভীষ্ম আক গ্ৰাসিলেক কালে॥
প্ৰথমতে কুৰু বৃদ্ধ আপুনি প্ৰমাণ।
হিত যুক্ত মন্ত্ৰণা কহিলা যেন থান॥

বিদুৰে বুলিলা আক সমযন্তি মনে ।
কাৰ্য্য বুঝি আপুনি আসিলা নাৰায়ণে ॥
চাৰি ভাই দ্ৰৌপদী সহিতে যুধিষ্ঠিৰ ।
বনবাসে যথাত থাকন্ত মহাবীৰ ॥
তথাতে হস্তিনাপুৰ সকলে সম্পন্ন ।
আঠাইশ সহস্ৰ ঋষি নিতে ভুঞ্জে অন্ন ॥
যাৰ আজ্ঞা কৰন্ত লক্ষেক ৰাজাগণে ।
হেন পাণ্ডৱক ৰণ জিনিবেক কোনে ॥
ইঙ্গিততে সমস্তে ৰাজাৰ কৰ লৱে ।
তথাপি পিতৃৰ ৰাজ্য খোজন্ত পাণ্ডৱে ॥
যদি ভীষ্মে যুঁজন্ত আমি বা কৰোঁ ৰণ ।
যদি তজু সখা হুয়া আসে দেৱগণ ॥
তথাপিতো পাণ্ডৱক যুঁজিন নযাই ।
পতিব্ৰতা দ্ৰৌপদী আছন্ত যাৰ ঠাই ॥
মহা সতী গুণৱতী শান্তি সুচৰিতা ।
দ্ৰৌপদী থাকন্তে পাণ্ডৱৰ কোন চিন্তা ॥
যাৰ মন্ত্ৰী ভৈলন্ত আপুনি জনাৰ্দ্দন ।
তাঙ্ক জিনিবাক আশা কৰে দুৰ্য্যোধন ॥
ভ্ৰাতৃ যাৰ ধনঞ্জয় বীৰে শিৰোমণি ।
গদা ধৰি ভীম বলিমধ্যে অগ্ৰগণি ॥

অনুকূল আছা আৰো ব্ৰাহ্মণ সকল।
বেদ পঢ়ি নিতে আশংসন্ত যাৰ বল ॥
বাৰম্বাৰ ৰাজা তোত কহো নিষ্ট কৰি।
পাণ্ডৱক যুঁজিলে অৱশ্যে যাইবি মৰি ॥
দ্ৰোণে বুলিলেক যেবে যুগুত বচন।
শুনি মৌনে ৰহিলেক ৰাজা দুৰ্য্যোধন ॥
সভামাজে যত ৰাজাগণে শুনি আছে।
ধৃতৰাষ্ট্ৰে সঞ্জয়ক মাতিলেক পাচেঁ ॥
শুনিয়ো সঞ্জয় আবে আমাৰ বচন।
কৃষ্ণৰ পাচত গৈল ৰাধাসূত কৰ্ণ ॥
কৰ্ণ যদি গৈল আগ বঢ়াইবাক মনে।
পাণ্ডৱৰ থানে তাঙ্ক নিবাৰ কাৰণে ॥
কিবা তীক্ষ্ণ বুলি তাৰ তোলাই দিলা খঙ্গ।
অলপতে কলহ লগাই চাহিবেক ৰঙ্গ ॥
সঞ্জয় বদতি শুনিয়োক নৰেশ্বৰ।
কৰ্ণক তুলিলা কৃষ্ণে ৰথৰ উপৰ ॥
নগৰৰ বাজ ভৈল ডাকি দিব্য ৰথে।
কৰ্ণক সম্বুধি কৃষ্ণে বুলিলেক পথে ॥
লগতে আসিয়া আছে আনো বীৰগণ।
কৰ্ণক সম্বুধি কৃষ্ণে বুলিলা বচন ॥

মাধৱে বদতি কৰ্ণ শুনিয়োক বাক।
ত্ৰিভুবনে সম বীৰ নাহিকে তোমাক॥
মহা দানী তোমাক উপাসে বিপ্ৰচয়।
তাসম্বাত শুনি আছোঁ ধৰ্ম্ম যেন নয়॥
কন্যাকালে জন্ম কাৰো শুনি আছোঁ ভালে।
যাৰ পুত্ৰ হৱে জাত অবিবাহ কালে॥
সি কন্যা বিবাহ যিটো কৰে দৈৱবশে।
সেহি জন তাৰ পিতৃ শাস্ত্ৰে যে প্ৰকাশে॥
এতেকে তোমাৰ জন্ম কুন্তীকন্যাকালে।
কুন্তীক বিহাইলে পাচে পাণ্ডু মহীপালে॥
ইদানীক শাস্ত্ৰ দেখি হুয়ো পৰিচয়।
পাণ্ডুসে তোমাৰ পিতৃ হেন শাস্ত্ৰে কয়॥
এতেকে পিতৃৰ পক্ষ পাণ্ডৱ তোমাৰ।
মাতৃপক্ষ বৃষ্ণিবংশ সবে আপুনাৰ॥
গুণৱন্ত ৰূপৱন্ত সবে ধনুৰ্দ্ধৰ।
পাঞ্চ পাণ্ডৱতো কৰি বয়সত বৰ॥
আমিয়ো সেবিবোঁ সবাহাৰে মনে থাটে।
ৰাজা হুয়ো কৰ্ণ পাণ্ডৱৰ দণ্ডে পাটে॥
যিটো দ্ৰৌপদীক দেখি কুৰু বীৰগণ।
কামবাণে মুহিত ভৈলেক সৰ্ব্বজন॥

হেন দ্রৌপদীক কৰ্ণ কৰিবোঁ সময়ী।
মাসেক তোমাক বণ্টা কৰি দিবোঁ মঞি ॥
পাণ্ডৱৰ বিপ্ৰগণ মহা ব্ৰহ্মচাৰী।
ব্যাঘ্ৰচৰ্ম্ম আসন নৈষ্টিক ব্ৰতধাৰী ॥
তাসম্বাক নমিয়া নৃপতি ভুঞ্জা অন্ন।
যুধিষ্ঠিৰ নৃপতিৰ পুৰোহিতগণ ॥
তাসম্বাৰ কৌতুক তোমাক লাগ পাই।
ৰাজ্য জোকাৰিবে আতি শুভ ক্ষণ চাই ॥
দেখি ৰঙ্গ হৈবে কুন্তী তোমাৰ জননী।
বন্ধুগণে কৌতুক কৰিবে ভিন্নে ভিন্নি ॥
শত্ৰুগণে মনত কৰোক অপমান।
এতি ক্ষণে চলা তুমি পাণ্ডৱৰ থান ॥
পৰগৃহে থাকিতে কিঞ্চিতো সুখ নাই।
মঞি দুঃখ পাইলোঁ যত গোকুলক যাই ॥
সঞ্জয় বদতি শুনিয়োক নৃপবৰ।
নীতিশাস্ত্ৰে পৰম পণ্ডিত গদাধৰ ॥
আগপাচ চিনায়া বুলিলা দেব হৰি।
আমি সবে শুনিয়া আছিলোঁ কৰ্ণ ভৰি ॥
কৃষ্ণৰ বচন যেবে শুনিলেক কৰ্ণ।
গুণিবাক লৈলা অধোমুখে মনে মন ॥

দুই দণ্ড মানে গুণি কৰিলন্ত থিৰ ।
কৃষ্ণক সম্মুখি মাতিলন্ত ধীৰে ধীৰ ॥
কৰ্ণে বোলে জানো কুন্তী মাৱৰ দুৰ্ণই ।
পাণ্ডুৰ ক্ষেত্ৰত জন্ম বিচাৰত মই ॥
পোষ্টা পিতৃ অধিৰথি ৰাধা মোৰ আই ।
বাঢ়ি আছে মোৰ দেহ তানে তন খাই ॥
পুত্ৰ বুলি আগে বিষ্ঠা পেলাইছে আমাৰ ।
কেন মতে তাহাঙ্ক কৰিবোঁ পৰিহাৰ ॥
কুন্তীৰ দুৰ্ণয়কথা কহিবোঁহো কত ।
জন্ম দিয়া আমাক পেলাইলে সাগৰত ॥
অভেদ্য কৱচ দিলা পিতৃদিবাকৰে ।
সি কাৰণে নমৰিলোঁ জলৰ ভিতৰে ॥
দৈবযোগে হেন মোৰ অদৃষ্টত আছে ।
অধিৰথি পাই মোক তুলিলেক পাচে ॥
মাতৃৰ দোষত থাকি কুৰু সমাজত ।
ভীষ্মৰ গালিক মঞি সহিবোঁহো কত ॥
ভীষ্মে বোলে শুন অৰে কৰ্ণ দুৰাচাৰ ।
নাহি পিতা মাতা তঞি তনয় কাহাৰ ॥
কিবা অধমত জাত উত্তমত হন্তে ।
নজানিয়া আমাক চোৱস কেন মতে ॥

মাতৃ যাৰ দুষ্টা প্ৰভু কহোঁ তজু আগে।
উপজি মৰোক তাৰ জীবাক নলাগে॥
অনুমানে জানো তজু অভিপ্ৰায় যত।
ভূমিভাৰ সংহাৰ কৰিবা সমৰত॥
যুদ্ধ চলে বধিলে ৰাখন্তা কেৱে নাই।
আমি চাৰিজন ভৈলোঁ কলঙ্কৰ ঘাই॥
দুঃশাসন দুৰ্য্যোধন শকুনি মঞিও চাৰি।
আমি সবে ভৈলোঁ মাত্ৰ কলঙ্কৰ ভাৰী॥
কালে আসি পীড়িলে ৰাখন্তা কেৱে নাই।
কুৰুবংশ সকলে কৰিবা তুমি ঠাই॥
তুমি নোহা মনুষ্য সাক্ষাতে নাৰায়ণ।
অন্নত মিলায়ো কুৰু পাণ্ডৱৰ ৰণ॥
নানাবিধ উৎপাত দেখিয়া ঠাই ঠাই।
প্ৰজা নষ্ট হৈবে হেন কাৰণতে পাই॥
গ্ৰহযুদ্ধ ভৈল গুৰু চাণ্ডালি সহিত।
বিনাশৰ কাল আসি ভৈল উপস্থিত॥
যুদ্ধভঙ্গ হুইবো আমি কৌৰৱ সকল।
নানাবিধ প্ৰজাত দেখিয়া বিমঙ্গল॥
হস্তী ঘোড়া কান্দে শৰ উভতি পৰয়।
সৈন্যৰ মধ্যত কাকশৃগালে ৰটয়॥

অকাৰণে মনদুঃখ নিকশ্বাস বৰ।
ইসব লক্ষণে ভঙ্গ দেখোঁ কৌৰৱৰ ॥
নিতে নিতে চৰ মুখে শুনো পৰত্যেক্।
বলৱন্ত পাণ্ডৱৰ বিক্ৰম যতেক ॥
সবাৰে মধুৰ বাক্য শ্ৰীমন্ত বদন।
ৰাত্ৰি দিনে শুনো সৱে যুঁজিবাক মন ॥
সমৰৰ নাম শুনি মত্ত হস্তীচয়।
লোহাৰ ধাৰণা ছিঙ্গি বন্দী নলৱয় ॥
মাহুতে খুন্দিপলে দেখ নেদেখতে ধৰে।
গড় প্ৰাঞ্চি ভাঙ্গি যেন পৰ্ব্বত লৱৰে ॥
উদণ্ড হস্তীৰ গুণ কথন নযাই।
দূৰতে নমস্ত পাণ্ডৱক শুণ্ডে পাই ॥
নাহি দ্বন্দ-বাদ প্ৰজা কৌতুহল মন।
সুগন্ধ শীতল বহে মলয়া পবন ॥
তূণ ভৰি ভৰি ভাল ভাল অস্ত্ৰ আছে।
ৰণৰঙ্গে ঘোঁড়া সব থিৰ লাঞ্জে নাচে ॥
যুদ্ধক প্ৰবন্ধ শুনি সকলে লোকৰ।
ইসব লক্ষণে দেখোঁ জয় পাণ্ডৱৰ ॥
আৰু অদভূত দেখোঁ কৌৰৱৰ ঠাই।
ইহাক স্মৰন্তে মোৰ ৰাত্ৰি নিদ্ৰা নাই ॥

নিৰ্ভয় স্বৰূপে দেখোঁ যত প্ৰজাচয়।
ৰাত্ৰিদিনে ব্ৰাহ্মণৰ হিংসা আচৰয়॥
গুৰুক নিন্দিয়া শিষ্যে বোলে মূৰ্খ বৰ।
নেকৰে স্বামীক নিন্দি মাতে অনুত্তৰ॥
পিতৃক নমানে পুত্ৰে নাহি ভয় ভীত।
কৌৰৱৰ মৃত্যু কাল ভৈল উপস্থিত॥
আজি ৰাতি প্ৰভু মঞি দেখিলোঁ সোপন।
সোপনৰ কথা আবে শুনা নাৰায়ণ॥
দুৰ্য্যোধন ৰাজা সমে এক শত ভাই।
সোপনত সবে আসি ভৈলোঁ এক ঠাই॥
ওঁড় কুসুমৰ মালা সবাৰো শিৰত।
সবে হন্তে চড়িলোঁ গৰ্দ্দভ বাহনত॥
দক্ষিণক চলি যাঞো মৃগয়াক মনে।
ভয়ঙ্কৰ গৰ্ত্তক দেখিলোঁ সেহি থানে॥
দাৰুণ পুৰুষগণে তৈতে লাগ পাইল।
অধোমুখে সবাহাঙ্কে গৰ্ত্তত পেলাইল॥
ভীষ্ম দ্ৰোণ সমে আমি সবে একে ঠাই।
সোপনতে ডৰতে কাম্পে মোৰ কাই॥
সোপনত দেখিলোঁ নৃপতি যুধিষ্ঠিৰে।
তুমি সম বসি আছা পৰ্ব্বত উপৰে॥

শুক্ল বস্ত্র পৰিধান চাৰি ভাই সঙ্গে।
সসাগৰা পৃথিবী গিলন্ত মহাৰঙ্গে॥
সোপনতে ডৰতে কাম্পয় হাত ভৰি।
ৰুধিৰ পিয়ন্ত দুই আঞ্জলিক ভৰি॥
সুবৰ্ণৰ পাত্ৰত ভৰিয়া দিলা আনি।
ঘৃত অন্ন দধি ৰাজা পিয়ন্ত আপুনি॥
সোপনৰ ফলে ৰাজ্য পাইবা যুধিষ্ঠিৰ।
সমৰত মাৰিবা সমস্তে কুৰুবীৰ॥
পৃথিবীৰ বীৰক একত্ৰ কৰি ৰণে।
যুদ্ধযজ্ঞ প্ৰবৰ্ত্তাইবা জানি আছোঁ মনে॥
ভীষ্মক দ্ৰোণক পাই দ্ৰুপদ কুমাৰে।
ধৃষ্টদ্যুম্ন শিখণ্ডিয়ে যি বেলা সংহৰে॥
সমস্ত নৃপতিগণ পৰিবে ৰণত।
যি বেলাত মোক ধনঞ্জয়ে কৰে হত॥
দুৰ্য্যোধন ৰাজা সমে এক শত ভাই।
যি বেলাত ভীমে একেশ্বৰে কৰে ঠাই॥
সি বেলাত যজ্ঞ প্ৰভু হৈবে সমাপত।
দক্ষিণা দিবাক পাচে গুণিবা মনত॥
যজ্ঞৰ দক্ষিণা হৈবে সুবৰ্ণ বিহিত।
স্বভাবে সুবৰ্ণ উপজিছে অগনিত॥

এহি গুণি তজু মনে কৰিবাঁহা সাৰ ।
ধৃষ্টদ্যুম্ন বীৰ আৰো দ্রুপদ কুমাৰ ॥
অগনিৰ কুণ্ডত ভৈলেক উতপতি ।
তাক মাৰি দক্ষিণা কৰাইবা সমাপতি ॥
যি বেলা বিধবা কৌৰৱৰ ভাৰ্য্যাগণ ।
স্বামীশোকে মহাদুঃখে কৰিবে ক্রন্দন ॥
পুত্রশোকে গান্ধাৰী পৰিবে মূৰ্চ্ছা যাই ।
কৰ্ণ কৰ্ণ বুলিয়া কান্দিবে ৰাধা আঁই ॥
নানা বিধ বিলাপ কৰিবে ভিনে ভিন ।
অবঁভৃথ স্নান পাণ্ডৱৰ সেহি দিন ॥
মাধৱ বদতি কৰ্ণ সৰ্ব্বজান তুমি ।
ভূত ভবিষ্যত কথা কহিলা আপুনি ॥
জানা যদি সবংশে মৰিবা ঘোৰ ৰণে ।
তেবে মোৰ বচন নকৰা কি কাৰণে ॥
এভো বোলোঁ শুনা মোৰ বাক্য পৰত্যেক ।
পাণ্ডৱৰ পাটত তোমাৰ অভিষেক ॥
ৰাজা হুয়া পাণ্ডৱ সহিতে দিয়া ধাৰি ।
ইয়ো ৰাজ্যখান লৈয়ো কৌৰৱক মাৰি ॥
এভো প্রতি প্রতি কৰ্ণ কহোঁ তজু আগে ।
এহিক্ষণে চলা ফিৰি যাইবাক নলাগে ॥

কর্ণে বোলে জগতকে আছা বন্দী কৰি।
তোমাৰ মায়াক প্রভু এড়াইতে নপাৰি॥
সি কাৰণে তজু বাক্য নলৱয় মনে।
প্রাণতো অধিক মোৰ ৰাজা দুর্য্যোধনে॥
আগৰচন্দন দিয়া কৰি বহু মান।
নিতে পূজা কৰে মোৰ বাহু দুইখান॥
দুর্য্যোধন নাম মাত্র মঞিসে নৃপতি।
তেহ্র বর্ষ অকণ্টকে ভুঞ্জো বসুমতী॥
আসি আছে যত পৃথিবীৰ বীৰচয়।
মাসা দুই তিনি কৰি প্রবাস খাটয়॥
এবে যদি যাঞো মঞি তব বাক্য পালি।
শুনি ৰাজাগণে মোক পাৰিবেক গালি॥
অধিৰথ পিতৃ পাইলোঁ কত তপসাই।
ৰাধা সম মাতৃ মোৰ ত্রিভুবনে নাই॥
নকৰিলে ঘিণ মোৰ মূত্র পুৰীষত।
কৰিলেক জাতকর্ম্ম আদি কর্ম্ম যত॥
বসুসেন নামে মোৰ হাবিয়াসে আতি।
বিবাহ কৰাইলা কন্যা মহা ৰূপৱতী॥
তাসম্বাত জন্মিল আমাৰ পুত্রগণ।
নাতি দেখি ৰাজাৰ হৰিষ কৰে মন॥

ৰাত্রি দিনে আনন্দে যে বোলয় মনতে।
পিণ্ড জলাঞ্জলি পাইবোঁ কর্ণপুত্র হস্তে ॥
আজি যদি প্রভু তেসম্বাক বঞ্চো মঞি।
মোকো দৈবে বঞ্চিবেক কহিলোঁ নিশ্চই ॥
আসি আছে যত পৃথিবীৰ ৰাজাগণ।
যুদ্ধ কৰিবাক প্রতি সবাহাৰে মন ॥
যুদ্ধ বিনা মৰণ নিন্দিত ক্ষত্রিয়ৰ।
আকে জানি সমৰ মিলায়ো গদাধৰ ॥
মাধব বদতি কর্ণ জানিছা আপুনে।
তথাপিতো কিছো কহোঁ শুনিয়ো শ্রবণে ॥
সত্যে ৰণ জিনিবেক পাণ্ডৱ সকল।
জয়ধ্বনি শুনি পাণ্ডৱৰ সুমঙ্গল ॥
বিশ্বকৰ্ম্মে নিৰ্ম্মি আছে দিব্যমায়াবলে।
ভয়ঙ্কৰ প্রচণ্ড বানৰ গোট জলে ॥
যি বেলাত দেখা শ্বেতবর্ণ চাৰি হয়।
আগত সাৰথি কৃষ্ণ পাচে ধনঞ্জয় ॥
বামত গাণ্ডীব ধনু কৰিবে টঙ্কাৰ।
দক্ষিণত দেৱদত্ত শৰ চমৎকাৰ ॥
দ্রোণ কৃপ অশ্বত্থামা নৃপতি আপাৰ।
একৈকৰ লগে চলে সৈন্য গুৰুতৰ ॥

চাৰি যুগে যেন যুদ্ধ নাহি মনুষ্যৰ।
সি বেলাত আপুনি দেখিবা বীৰবৰ॥
সি বেলা সমৰে ঘোৰ ভীষ্ম অনিৰ্ব্বাৰ।
নিবাৰন্ত যি বেলা অৰ্জ্জুন ধনুৰ্দ্ধৰ॥
সি বেলাত ঘোৰ ৰণে দেখিবা আপুনি
কৌৰব পতঙ্গ বীৰ অৰ্জ্জুন অগনি॥
যি বেলাত বেঢ়ি থাকা কুৰু বীৰচয়।
তৃণবত কৰি ভীমসেনে নগণয়॥
তেসম্বাৰ মধ্যে পশি ক্ৰোধে বিপৰীত।
বাঘে যেন হৰিণৰ পিবয় শোণিত॥
সেহি মতে ভীমে দুঃশাসন ধৰি বলে।
তেজ্জ খাই নাচন্ত পৰম কৌতুহলে॥
সি বেলা দেখিবা বীৰ দাৰুণ সমৰ।
ডৰে নিদ্ৰা নাসিব সমস্ত কৌৰবৰ॥
যি বেলা দেখিবা যুধিষ্ঠিৰ মহাশয়।
তপবলে আপুনাৰ সৈন্যক ৰাখয়॥
তেজবলে বিনাশিবে শত্ৰু সৈন্য বৰ।
সি বেলা দেখিবা বীৰ দাৰুণ সমৰ॥
কিন্তু কৰ্ণ শুনা আবে আমাৰ বচন।
কাৰ্ত্তিক নিবৰ্ত্তি মাস হৈবেক আগ্ৰণ॥

আজি হন্তে লেখি সাত দিনৰ ভিতৰে।
দুৰ্ঘোৰ সমৰ হৈবে কুৰুপাণ্ডৱৰে॥
ঘোৰ শৰে যত প্ৰজা ঘাৱ ছেৱ খাই।
নপাকিবে নজসিবে জাৰ ঘাম নাই॥
কৰ্ণে বোলে শুনা প্ৰভু আমাৰ বচন।
পুণ্যভূমি মহা কুৰুক্ষেত্ৰ বিতোপন॥
মহাদেৱ গঙ্গা দেবী বহন্ত সদাই।
যাহাত মৰিলে প্ৰজা বৈকুণ্ঠক পাই॥
ৰাজাগণ সমস্তে মিলিছে একতৰ।
যুদ্ধ বিনা মৰণ নিন্দিত ক্ষত্ৰিয়ৰ॥
তৈকে প্ৰতি চলি যাউক কুৰু পাণ্ডু যত।
ৰণভূমি প্ৰভু নিৰ্ম্মিয়োক সি থানত॥
মাধৱ বদতি কৰ্ণ শুনিয়ো বচন।
সাজু হুয়া চলোক নৃপতি দুৰ্য্যোধন॥
পাণ্ডৱ আসিব সাত দিনৰ ভিতৰ।
কুৰুক্ষেত্ৰে সমৰ মিলিবে গুৰুতৰ॥
সঞ্জয় বদতি কথা শুনিয়ো শ্ৰবণে।
ভাল বুলি কৃষ্ণক নমিলা বীৰ কৰ্ণে॥
পাণ্ডৱৰ থানক চলিলা দামোদৰ।
মনদুঃখে কৰ্ণে আসি পশিলা নগৰ॥

বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
আত অনন্তৰে কথা শুনা নিৰন্তৰ ॥
কৃষ্ণো গৈল তোমাৰ প্ৰপিতামহী কুন্তী।
কান্দন্তে আছন্ত দেবী মহা শোকে আতি ॥
সেহি সময়ত যাই বিদুৰ মিলিলা।
কুন্তীৰ আগত কথা কহিবে লাগিলা ॥
শুনা ৰাজমাতা কুন্তি বচন আমাৰ।
শ্ৰীমদে অন্ধ দুৰ্য্যোধন দুৰাচাৰ ॥
যুগুত বচন বুলিলন্ত যদুপতি।
অৰ্দ্ধ ৰাজ্য খুজিলন্ত পাণ্ডৱক প্ৰতি ॥
আমিয়ো বুলিলোঁ তাক সময়ন্তি মনে।
কাণতো নলৈলে তাক ৰাজা দুৰ্য্যোধনে ॥
বিনা যুদ্ধে পাণ্ডৱক ৰাজ্য নেদে জানি।
তেবেসে উলটি গৈল প্ৰভু চক্ৰপাণি ॥
মহা দুষ্ট পাপী ইটো ধৃতৰাষ্ট্ৰ ৰাই।
শতপুত্ৰমদে অন্ধ জ্ঞানচক্ষু নাই ॥
সি কাৰণে মাধৱৰ বাক্য নকৰিল।
হেৰা তাৰ কাল আসি সমীপ চাপিল ॥
দুৰ্জ্জয় সমৰে সবান্ধবে হৈবে ক্ষয়।
ইহাক স্মৰন্তে মোৰ নিদ্ৰা নিমিলয় ॥

শুনিয়া কুন্তীৰ যে অধিক শোক ভৈল ।
মনে মনে গোসানীয়ে গুণিবাক লৈল ॥
ৰাজ্যলোভে পাণ্ডৱে কৰিব ঘোৰ ৰণ ।
কৌৰৱক মাৰিবে আমাৰ জ্ঞাতিগণ ॥
কেহো মমা কেহো পিতা কেহো হবে ভাই ।
গুণি গুণি চাহান্তে পৰৰ কেহো নাই ॥
যদি যুদ্ধ কৰে জ্ঞাতিগণ যাইবে মৰি ।
যুদ্ধ বিনা নপাই আপুনাৰ বসুন্ধৰী ॥
যদি নিদাৰুণ হুয়া কৰন্ত সমৰ ।
কটাকটি কৰিবেক সবে কৌৰৱৰ ॥
চেদীপ পাঞ্চাল মৎস্য আদি বংশ যত ।
বৃষ্ণি বংশো আসি মিলিবেক সমৰত ॥
সবেয়ো সম্বন্ধে হৱে কুটুম্ব আমাৰ ।
প্ৰাণতো অধিক দেখোঁ স্নেহ তাসম্বাৰ ॥
তেসম্বে ৰণত পৰি হৈবেক নিৰ্জ্জান ।
আত পৰে কিবা মোৰ দুঃখ আছে আন ॥
পৰম দুঃখিত মোৰ পাঞ্চুটি তনয় ।
তাসম্বাৰ কিছো সুখ নেদেখিলোঁ ময় ॥
মহা ঘোৰ সমৰক অভিলাষ মনে ।
কৃষ্ণে সমে পাঞ্চো ভাই সাজিবা যতনে ॥

কুৰুগণ মধ্যে দ্ৰোণ কৰ্ণ পিতামহ।
দুৰ্য্যোধন ৰাজাৰ তিনিত মাত্ৰ গহ ॥
ত্ৰিভুবনে প্ৰচণ্ড যুদ্ধত অগ্ৰগণি।
কৌৰবৰ অৰ্থে জানো যুঁজিবন্ত তিনি ॥
এসম্বে যদ্যাপি মোৰ মাৰে পুত্ৰচয়ি।
তেবে নিদাৰুণী কোন পুৰী যাইবোঁ মঞি ॥
নজানো আপুন পৰ সকলে সমান।
এগুটি মৰিলে মঞি নধৰিবোঁ প্ৰাণ ॥
অনুমানে জানো মঞি দ্ৰোণৰ হৃদয়।
পাণ্ডৱকে পুত্ৰকে দেখন্তে একে নয় ॥
বলে পাৰি নমাৰিবে মোৰ পুত্ৰগণ।
ইঙ্গিতে জানিছোঁ গুৰুদ্ৰোণৰ যে মন ॥
কোলে বোকে তুলি আছে মহা স্নেহে আতি।
পাণ্ডৱক ভীষ্মে নমাৰিবে বুলি নাতি ॥
আসম্বাত হন্তে মোৰ নাহিকে সংশয়।
কৰ্ণে যদি নমাৰে আমাৰ পুত্ৰচয় ॥
আদিত্যৰ বীৰ্য্যে জাত আমাৰ সন্ততি।
পৰম প্ৰচণ্ড বীৰ দাৰুণ শকতি ॥
কুল কন্যা লাজে মঞি তেজিলোঁ তৈসানি।
অধিৰথ ৰাধা পাই তুলিলেক আনি ॥

তাতেসে কৰ্ণৰ পাণ্ডৱক কোপ মনে।
পাণ্ডৱ আপুন ভ্ৰাতৃ তাহাক নজানে ॥
সি কাৰণে পাণ্ডৱক ক্ৰোধ আতি বৰ।
অজিজ্ঞাসি ইটো দোষ নকাঢ়ো কৰ্ণৰ ॥
এতিক্ষণে কৰ্ণৰ পাশক যাঞো মঞি।
লাজ এড়ি পুত্ৰ বুলি দিঞো পৰিচই ॥
জন্মদাতা মাতৃ মঞি বুলিবোঁ শোভন।
অৱশ্যে কৰিবে কৰ্ণে আমাৰ বচন ॥
এহি মনে গুণি কুন্তী কৰিলন্ত থিৰ।
কৰ্ণৰ সমীপ পাইলা ভাগিৰথী তীৰ ॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মেজয়।
গঙ্গামধ্যে স্নান কৰে কৰ্ণ মহাশয় ॥
উত্তৰবাহিনী গঙ্গা কৰ্ণো তৈকে যাই।
নিতে নব ঘটি থাকে সূৰ্য্যক ধিয়াই ॥
ঊৰ্দ্ধমুখ কৰি নাসিকাত দিয়া দৃষ্টি।
পূৰ্ব্বক সমুখ পচিমক দিয়া পিঠি ॥
যদি আদিত্যৰ তাপ নিজ পিঠি লাগে।
তেবেসে কৰ্ণৰ সিটো সমাধিয়ো ভাগে ॥
কুন্তী দেখে কৰ্ণ আছে সূৰ্য্যক ধিয়াই।
বাট চাই তথাতে ৰহিলা কুন্তী আই ॥

এহি মতে তথাতে কুন্তীয়ো ৰহি আছে।
মধ্যাহ্ন বেলাত সূৰ্য্য নিবৰ্ত্তিল পাচে॥
আদিত্যৰ তাপ যাই পিঠিত লাগিল।
তেবেসে কৰ্ণৰ সিটো সমাধি ভাগিল॥
সমাধি ভাগিয়া কৰ্ণ ফিৰি চাহে পাচে।
দেখে কুন্তী গোসানী আগতে ৰহি আছে॥
দেখি কৰ্ণে উঠিলন্ত পৰম সাদৰে।
কুন্তীৰ আগত জুৰিলন্ত জোৰকৰে॥
কৰ্ণে বোলে ৰাজমাতা শুনিয়ো বচন।
কত ভাগ্যে ভৈলোঁহো তোমাক দৰিশন॥
অধিৰথ পুত্ৰ মঞি ৰাধাৰ কুমাৰ।
হেৰা নমস্কাৰ কৰোঁ চৰণে তোমাৰ॥
তজু দৰশনে মোৰ পুৰুষৰো ভাগ।
কি কাৰ্য্যে আসিছা তুমি কহা মোৰ আগ॥
কুন্তী বোলে শুনা বাপু বচন আমাৰ।
নোহা অধিৰথ পুত্ৰ ৰাধাৰ কুমাৰ॥
ইটো কথা অজিজ্ঞাসি বোলাহা সুগুণি।
শামুকত মাণিক আছুস কৈত শুনি॥
সাৰথিৰ কুলে জাত অধিৰথ পাপ।
কৌৰৱৰ সেৱক তোমাৰ নুহি বাপ॥

নুহি ৰাজ-বধু কৌৰৱৰ সেৱকিনী।
দুৰাচাৰী ৰাধা নুহি তোমাৰ জননী ॥
তজু জন্ম কহোঁ নকৰিবা অপমান।
মানৱে পোৱে এড়াএড়ি দৈবৰ নিদান ॥
তজু পিতৃ দিবাকৰ আদিত্য সাক্ষাত।
কন্যাকালে আমাৰ গৰ্ভতে ভৈলা জাত ॥
যেনে অধিৰথ পাই তুলিলে তোমাক।
শুনা বাপু কহোঁ আৰে ইসব কথাক ॥
সুৰসেন ৰাজা কুন্তভোজ অধিপতি।
সখিত্ব কৰিলা দুয়ো মহামিত্র আতি ॥
সুৰত জন্মিলোঁ মঞি আনো কন্যাচয়।
বসুদেৱ আদি কাৰ সুৰৰ তনয় ॥
দৈবযোগে কুন্তভোজ অপুত্ৰক ভৈল।
এখানি তনয় সুৰসেনত মাগিল ॥
অপুত্ৰক কুন্তভোজ নৃপতিৰ থান।
সুৰসেন পিতৃ মোক দিলন্ত বিলান ॥
কুন্তভোজে আমাক নিলন্ত নিজ গৃহে।
জীৱ বুলি মোক তুলিলন্ত হাবিয়াসে ॥
তান গৃহে আসি ঋষি দুৰ্ব্বাসা মিলিল।
সেৱা কৰিবাক মনে পিতৃ মোক দিল ॥

পৰম প্ৰচণ্ড ঋষি তান বাক্য জানি ।
যতনে সেবিলোঁ মঞি কায়বাক্য মনি ॥
ঋষি তুষ্ট হুয়া মন্ত্ৰ কহিলা বুঝাই ।
তাকে পঢ়ি মাতিলে দেৱক লাগ পাই ॥
এক দিনা মঞি ফুল তুলিবাক গৈলোঁ ।
প্ৰভাততে দেৱ দিবাকৰক দেখিলোঁ ॥
তাঙ্ক দেখিবাক মনে কৌতুহল বৰ ।
চঞ্চল চৰিত্ৰ নুগুণিলোঁ পূৰ্ব্বাপৰ ॥
মন্ত্ৰৰ পৰীক্ষা চাহিবাক মন কৰি ।
দেৱ দিবাকৰক মাতিলোঁ মন্ত্ৰ পঢ়ি ॥
তেতিক্ষণে ৰবি আসি ভৈল উপস্থিত ।
হেন দেখি আমাৰ সংশয় ভৈল চিত ॥
চৰণত প্ৰণামিয়া বুলিলোঁ াহো বাক ।
মন্ত্ৰৰ পৰীক্ষা চাহিলোঁ ক্ষমিয়ো আমাক ॥
দিবাকৰে বোলে কুন্তি শুনিয়ো বচন ।
কদাচিতো মিছা নাহি দেব দৰিশন ॥
আমাসাক দেখিলে বিফল নোহে মতি ।
কন্যা শুচি এতিক্ষণে হুয়োক যুবতী ॥
এহি বুলি আদিত্যে তোমাক উপাৰ্জ্জিল ।
হেন দেখি মোৰ মনে সংশয় মিলিল ॥

দিবাকৰে দেখিয়া বুলিলা অভিপ্ৰাই।
পাচে তুমি আমাত জন্মিলা সেহি ঠাই॥
কৱচ কুণ্ডল সমে জন্মিলাহা তুমি।
আদিত্যৰ বৰে পুনো কন্যা ভৈলোঁ আমি॥
নতু দেন্ত পিতৃ কৈতো বিবাহ আমাক।
লোকে হঠিবেক শুনি ইসৱ কথাক॥
অভেদ কৱচ দুই কুণ্ডলে সহিতে।
ত্ৰিভুবনে তোমাৰ মৃত্যুত নাহি ভীতে॥
কুল-কলঙ্কক ভয়ে তেজিবাক মন।
দৰশনে স্নেহ লাগে তোমাৰ বদন॥
উভয় শঙ্কট ভয়ে অনেক কান্দিলোঁ।
সম্ফুৰাত ভৰি আনি তোমাক উটাইলোঁ॥
গঙ্গাৰ তীৰত অধিৰথ ক্ৰীড়া কৰে।
সম্ফুৰাক দেখিলেক জলৰ উপৰে॥
সম্ফুৰা চপায়া সিটো মেলি চাহে পাচে।
ত্ৰিভুবনে শ্ৰেষ্ঠ শিশু দেখে তাতে আছে॥
অধিৰথ পুত্ৰ বুলি নিলা নিজ থান।
দেৱ গোপ্য কথা ইটো নজানয় আন॥
শুনা বাপু কহোঁ ইটো পুত্ৰৰ লক্ষণ।
সদ্ পুত্ৰে কৰে পিতৃ মাতৃৰ বচন॥

যুধিষ্ঠিৰ আদি কৰি তোৰে ছোট ভাই ।
তেসম্বাৰে তোমাৰে যুঁজিবে নুযুৱাই ॥
যিটো কৌৰৱৰ গৃহে আছস সাদৰি ।
দুৰাচাৰ কৌৰৱ আমাৰ প্ৰাণ বৈৰী ॥
মাতৃৰ বচন বাপু শুনিয়ো সম্প্ৰতি ।
পাণ্ডৱৰ থানত হুয়োক নৰপতি ॥
ভীম ধনঞ্জয় যুধিষ্ঠিৰে ভিনে ভিন ।
পাঞ্চো ভাই তোমাক সেবিবে ৰাত্ৰি দিন ॥
আজি দেখি বিস্ময় মিলোক কৌৰৱৰ ।
কৰ্ণ ধনঞ্জয় দুয়ো হুয়ো একতৰ ॥
আপুনাৰ ছয় ভাই সহিতে ত্বৰিত ।
কৌৰৱৰ ৰাজ্য লৈয়ো পাণ্ডৱে সহিত ॥
কৰ্ণ ধনঞ্জয় প্ৰকাশিয়ো এক হুই ।
বৃষ্ণিবংশে যেন কৃষ্ণ বলভদ্ৰ দুই ॥
পাঞ্চো ভাই সমে প্ৰকাশিয়ো মহাবল ।
ব্ৰহ্মায়ে সহিতে যেন দেৱতা সকল ॥
হৃদয় জুৰাউক কৰ্ণ মাতৃ বোল মোক ।
শুদ্ৰ পুত্ৰ হেন লোকে নোবোলোক তোক ॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মেজয় ।
কৰ্ণক সম্বুধি কুন্তী তথাতে আছয় ॥

আকাশত ৰহিয়া দেখিলা দিবাকৰে।
জানো কৰ্ণে জননীৰ বচন নকৰে॥
এহি মনে গুণি শীঘ্ৰ বেগে লৰি গৈলা।
কৰ্ণৰ আগত সূৰ্য্য উপস্থিত ভৈলা॥
কৰ্ণে দেখে দিবাকৰ সাক্ষাতে আসিলা।
পিতৃ বুলি নমি দুই পাৱত বন্দিলা॥
কৰজোৰ কৰি উঠি ৰহিলেক কৰ্ণ।
হেন দেখি দিবাকৰে বুলিলা বচন॥
আদিত্য বদতি কৰ্ণ ত্ৰিভুবনে সাৰ।
কুন্তীক চিনিবা নিজ জননী তোমাৰ॥
তোমাৰ জনক পিতৃ চিনিবা আমাক।
কুন্তী যি বোলয় কিয় নকৰস তাক॥
ভাল বোলে কুন্তী তোক চায়ু মনে গুণি।
পাণ্ডৱৰ থানে ৰাজা হুয়োক আপুনি॥
অখণ্ড নৃপতি হুৱা ধৰণী মণ্ডলে।
কৌৰৱক তোমাৰ সেবিবে কোন ফলে॥
ভাল বোলে কুন্তীয়ো বিলম্ব কি কাৰণ।
এখনে চলিয়ো বাপু পাণ্ডৱৰ থান॥
শীঘ্ৰে সঙ্গ তেজিয়োক কৌৰৱ শৃগাল।
পাণ্ডৱৰ থানত তোমাৰ হৈবে ভাল॥

বৈসম্পায়ন বদিত শুনিৰো জন্মেজয় ।
এহি বুলি মৌন ভৈলা সূৰ্য্য মহাশয় ॥
কুন্তীয়ো কৰ্ণক বুলিলেক যত মানে ।
শুনি মনে মনে গুণি আছিলেক কৰ্ণে ॥
দুই হান্তৰ বাক্য কৰ্ণে অনেক গুণিলা ।
নিজ সত্য হন্তে অণুমাত্ৰো নলড়িলা ॥
কৰ্ণে বোলে ৰাজমাতা নুবুলিবা আৰ ।
যি বেলা জন্মিলোঁ মঞি গৰ্ভত তোমাৰ ॥
সি বেলা নুতুলি মোক ধৰ্ম্ম পথ চাই ।
মৰিবাক মনে মোক পেলাইলা উটাই ॥
কন্যা হুয়া নুগুণিলা কৰিলাহা পাপ ।
আগে মোক তেজি পাচে কৰাহা বিলাপ ॥
মাতৃ হুয়া তুমি মোত নিদাৰুণী ভৈলা ।
শত্ৰুৰ পুত্ৰক যেন জলত পেলাইলা ॥
তজু গৃহে যাইবোঁ যেবে নুগুণি মনত ।
তেবে মোৰ কুযশ ৰহিবে জগতত ॥
তজু গৃহে ক্ষত্ৰিয় কুলত জাত ভৈলোঁ ।
তোমাৰ নিমিত্তে মঞি জাতি হেৰুৱাইলোঁ ॥
বৈশ্য জাতি ভৈলোঁ অধিৰথ পিতৃ সাৰ ।
জাত কৰ্ম্ম নামক যে কৰিলে আমাৰ ॥

মাতৃয়ে তেজিলে শত্রু তুলিলেক পাই।
পিতৃ মাতৃ অনুবন্ধ তাসম্বাৰ ঠাই॥
যদি পুত্র বুলি তুমি হিত মানা মনে।
তেবে এত কালে আসি চিনা নেদা কেনে॥
এবে চিনা দিয়া আপুনাৰ হিত মানি।
জানো কৰ্ণে মাৰে মোৰ পুঁত্র পাঞ্চখানি॥
একেশ্বৰ কৰিয়া স্রজিলে বিধাতাই।
এত কাল ৰহি গৈলা নাহি বন্ধু ভাই॥
এবে ভাই চিনা আহা ভৈল যুদ্ধকাল।
ই কথা শুনিয়া কোনে বুলিবেক ভাল॥
সমৰত আমাক কৰিবে পৰিত্রাণ।
দুৰ্য্যোধনে পূজে মোৰ বাহু দুই খান॥
আমাত ভাৰষা কৰে কৌৰৱ সকল।
পাণ্ডৱক জিনিবাক আশংসয় বল॥
এবে পাণ্ডৱৰ থানে দেখি সৰ্ব্বলোক।
দুৰ্য্যোধন ৰাজা শুনি কি বুলিবে মোক॥
অধিৰথ পিতৃ মোক হাবিয়াসে আতি।
মোৰ পুত্র বুলি স্নেহে তুলিলন্ত সতী॥
এত কাল দুখ পাইলে ভোলন্তে আমাক।
ফল কালে আবে কেনে এড়িবোঁ তাৰাক॥

এতেকতে তজু বাক্য নপশয় কাণে।
আন যিবা লাগে মানে খুজিয়ো আপুনে ॥
সৰ্ব্বলোকে জানে যেন কৰ্ণ মহাবীৰ।
ত্রিভুবনে পৰাক্রমী বচন সুথিৰ ॥
মঞি যদি সত্য এড়ি যাঞো তযু পাশ।
তেবে আৰো লোকেঁ কাত কৰিবে বিশ্বাস ॥
তুমি সম যতেক অসতী কন্যাচয়।
পুত্র উপৰ্জ্জিয়া তেজে কলঙ্কক ভয় ॥
সত্য এড়ি যাঞো যদি তজু গৃহ লাগি।
মঞি তেবে ভৈলোঁ তাসম্বাৰ বধ ভাগী ॥
তোলনীয়া পুত্র কেৱে নুতুলিবে আৰ।
মোক দেখি সকলে কৰিবে পৰিহাৰ ॥
এতেকে নকৰোঁ মাতৃ তোমাৰ বচন।
যত বল আছে গাৱে কৰিবোঁহো ৰণ ॥
প্রাণ পৰিশ্রমে মঞি অৰ্থে কৌৰৱৰ।
তজু পুত্রগণ সমে কৰিবোঁ সমৰ ॥
আৰ এক কথা কহোঁ শুনা কুন্তী আই।
পুত্রৰক্ষা নিমিত্তে আসিছা মোৰ ঠাই ॥
কৰ্ণ মহাদানীৰ পাশক যিটো যাই।
কদাচিতো জানিবা তাহাৰ বৃথা নাই ॥

কৰ্ণ মহাদানীৰ অদেয় নাহি জানি।
পাঞ্চ পুত্ৰ দান দিলোঁ লৈয়োক গোসানী॥
কুন্তী বোলে বাপু যে অৰোগ্য হৌক কাই।
আজিসে জন্মিল পাঞ্চ পুত্ৰ তোৰ ঠাই॥
যুদ্ধে নমাৰিবি মোৰ পাঞ্চুটি তনয়।
পুনু সত্য কৰি বোল নথবি সংশয়॥
কৰ্ণে বোলে কুন্তি আবে কথা কহোঁ সাৰ।
মঞি সমে লেখি পাঞ্চ তনয় তোমাৰ॥
নকুল সহদেৱ ভীম যুধিষ্ঠিৰ চাৰি।
নমাৰিবো আৰাক যুদ্ধত বলে পাৰি॥
মধ্যম তোমাৰ পুত্ৰ বীৰ ধনঞ্জই।
তাক পাইলে পুনু ক্ষমা নকৰিবোঁ মঞি॥
যদ্যাপি অৰ্জ্জুনে মোক কৰয় সংহাৰ।
ধনঞ্জয় সমে পাঞ্চ তনয় তোমাৰ॥
যদি ঘোৰ ৰণে অৰ্জ্জুনক মাৰোঁ মঞি।
তেবে আমি সমে পাঞ্চ তোমাৰ তনঞি॥
কুন্তী শুনিলেক যেবে কৰ্ণৰ বচন।
কৰ্ণক প্ৰশংসি গৈলা আপুন ভবন॥
দিবাকৰো পাচে তৈতে অন্তৰ্ধ্যান হৈলা।
অনন্তৰে কৰ্ণো নিজ মন্দিৰক গৈলা॥

বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ ।
আত অনন্তৰে কথা শুনা পাণ্ডুৱৰ ॥
কৌৰৱৰ কথাক কহিলা নাৰায়ণে ।
যুদ্ধ বিনা ৰাজ্য নেদে দুষ্ট দুৰ্য্যোধনে ॥
এক মনে শুনি আছে ৰাজা যুধিষ্ঠিৰে ।
শুনি সহদেৱৰ যে কম্পয় শৰীৰে ॥
মহা ক্ৰোধে উঠি ৰাজা সকলৰ আগে ।
সহদেৱে ভীমক মাতিলা বৰ ৰাগে ॥
শুনা ভীম দদা পাসৰিলা আৰো বাৰ ।
কৌৰৱে কৰিছে যত আমাক নিকাৰ ॥
বনবাস দুখক স্মৰন্তে ফুটে প্ৰাণ ।
সবে পাসৰিলা মৎস্য নৃপতিৰ থান ॥
সহদেৱ বীৰৰ বচন হেন শুনি ।
অনন্তৰে যুধিষ্ঠিৰে বুলিলন্ত বাণী ॥
যুধিষ্ঠিৰ বদতি শুনিয়ো নাৰায়ণ ।
ৰাজাগণো শুনিবাহা আমাৰ বচন ॥
কৌৰৱে দিলেক যত বনবাস ক্লেশ ।
আদি অন্তে মঞি তাক সহিলোঁ নিশেষ ॥
কৃষ্ণক পঠাইলোঁ মঞি ৰাজ্য খুজিবাক ।
শুনিলাহা দুৰ্য্যোধনে নেদিলেক তাক ॥

আবে মোৰ দোষ নাই তুমি সবে সাখী ।
ৰাজ্য নেদি পাপিষ্ঠে খাইলেক দুই আখি ॥
ঘোৰ সমৰত সংহৰিবোঁ কুৰুগণ ।
কৈবা ভীম ধনঞ্জয় শুনিয়ো বচন ॥
হস্তী ঘোড়া জাণ্টে আন কটক জড়াই ।
ৰাজাগণ ত্বৰিতে মিলোক এক ঠাই ॥
আৰো এক কথা কহোঁ শুনিয়ো য়ুগুতি ।
সমৰত কাহাক পাতিবোঁ সেনাপতি ॥
সৌমক পাঞ্চাল মৎস্য ত্রিভুবনে সাৰ ।
তোৰা চাৰি ভাই আৰো নৃপতি আপাৰ ॥
সবে মহা পৰাক্ৰমী বিপুল শকতি ।
আলোচিয়ো কাহাক পাতিবোঁ সেনাপতি ॥
বৈসম্পায়ন বদতি শুনিৰো নৰেশ্বৰ ।
প্ৰথমতে সহদেৱে দিলন্ত উত্তৰ ॥
সহদেৱে বোলে দদা কথা কহোঁ সাৰ ।
মহা উপকাৰী ৰাজা বিৰাট আমাৰ ॥
অন্নে পানে পুষিলেক পুত্ৰৱত কৰি ।
বৰিষেক সুখে আছোঁ বিৰাট নগৰী ॥
জানে নানা বিধ যুদ্ধ ধৰ্ম্মৱন্ত আতি ।
মোৰ মনে তাহাঙ্কে পাতিয়ো সেনাপতি ॥

নকুল বদতি দদা শুনা যুধিষ্ঠিৰ।
পৰাক্ৰমী প্ৰচণ্ড দ্ৰুপদ মহাবীৰ॥
কন্যাদাতা পিতৃ হবে শ্বশুৰ আমাৰ।
পাণ্ডু পিতৃ সম হিত সুহৃদ আপাৰ॥
শিষ্য ভৰদ্বাজৰ যে যুদ্ধত নিপুণ।
মোৰ মুখে তাহান বৰ্ণাইবোঁ কত গুণ॥
সৰ্ব্বকালে জানো গুৰু দ্ৰোণে সমে নাটে।
ঘোৰ সমৰত পাইলে দুইকো দুই কাটে॥
এক শত পুত্ৰ যাৰ বিপুল শকতি।
মোৰ মনে তাহাঙ্কে পাতিয়ো সেনাপতি॥
যুধিষ্ঠিৰ বদতি শুনিয়ো মহাবীৰ।
পৰম দৰ্পিষ্ঠ ধৃষ্টদ্যুম্নৰ শৰীৰ॥
দ্ৰোণে বধিবাৰ হেতু জানে ত্ৰিভুবন।
অগ্নিৰ কুণ্ডৰ হন্তে ভৈলা উতপন॥
যাক ভয়ে গুৰু দ্ৰোণ কম্পিত শৰীৰ।
সেনাপতি হৌক ধৃষ্টদ্যুম্ন মহাবীৰ॥
ভীমে বোলে শিখণ্ডীক কৰা সেনাপতি।
ভীষ্মক বধিবে প্ৰতি ভৈল উতপতি॥
যাক ডৰে গুৰু দ্ৰোণে ভয় কৰে মনে।
বৈদ্যক দেখিয়া যেন কাল সৰ্পগণে॥

মহেশৰ বৰত শিখণ্ডী অনিৰ্ব্বাৰ।
ভীষ্মক বধিয়া কাৰ্য্য সাধিবে আমাৰ॥
দ্ৰৌপদীৰ ভাই যে শিখণ্ডী মহামতি।
মোৰ মনে তাহাঙ্ক পাতিয়োঁ সেনাপতি॥
যুধিষ্ঠিৰ বদতি শুনিয়ো নাৰায়ণ।
কি কাৰণে প্ৰভু আবে নোবোলা বচন॥
ঘোৰ ৰণে কাহাক পাতিবো সেনাপতি।
কোন বলৱন্ত মোত কহিয়ো সম্প্ৰতি॥
সমৰক চলি যাইবো ৰজনী প্ৰসন্নে।
শুভ দিবসত কালি অভিজিত ক্ষণে॥
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
শুনি শুনি আছে ৰাজাগণ নিৰন্তৰ॥
যুধিষ্ঠিৰ নৃপতিৰ বচন সাদৰি।
অৰ্জ্জুনৰ মুখ চাই মাতিলন্ত হৰি॥
মাধৱ বদতি দদা শুনিয়ো বচন।
মহা বলৱন্ত দেখোঁ তজু ৰাজাগণ॥
ত্ৰিভুবনে পৰাক্ৰমী চাৰিয়ো সোদৰ।
কোন ছাৰ কৌৰৱ পতঙ্গ সমশৰ॥
একে ধনঞ্জয়ে ত্ৰিভুবন বিনাশিব।
ভীমৰ আগত কোন কৌৰৱ থাকিব॥

নকুল সহদেৱ যৱঞ্জ দুই ভাই।
যমৰ উপমা যাক পটন্তৰ নাই॥
ত্ৰিভুবনে পৰাক্ৰমী ধৃষ্টদ্যুম্ন বীৰ।
সাত্যকিৰ আগে কোন জন হৈবে থিৰ॥
অভিমন্যু ভাগিন আমাৰ সম বলী।
বিৰাটৰ আগে কোনে ধনু লৈবে তুলি॥
ত্ৰিভুবনে বিজয় বিৰাট মহাৰাই।
শিখণ্ডীৰ যত গুণ কথন নযাই॥
আনো অসংখ্যাত ৰাজা আসি আছে যত।
আসম্বাৰ আগত কৌৰৱ তৃণৱত॥
তথাপিতো পুছা যদি সেনাপতি সাৰ।
সাত অক্ষৌহিনী সেনা লেখিলোঁ তোমাৰ
আসম্বাক যুঁজাইবাক ৰাখিবে সম্প্ৰতি।
সি কাৰণে সাতকো পাতিয়ো সেনাপতি॥
দ্ৰুপদ বিৰাট যে সাত্যকি ধনুৰ্দ্ধৰ।
ধৃষ্টকেতু ৰাজা ধৃষ্টদ্যুম্ন বীৰবৰ॥
জৰাসন্ধ পুত্ৰ সহদেৱ মহামতি।
শিখণ্ডী সহিতে এহি সাতো সেনাপতি॥
আসম্বাৰ মুখ্য ধৃষ্টদ্যুম্ন বীৰ লেখি।
সবাৰো পালক ধনঞ্জয় প্ৰাণসখি॥

সখিৰ পালক বুলি জানিবা আমাক ।
সাৰথি স্বৰূপে বুদ্ধি বলে পাৰি যাক ॥
আৰু এক বচন শুনিয়ো দদা তুমি ।
পৰম শোভন কুৰুক্ষেত্ৰ নামে ভূমি ॥
তথাত সমৰে মৰে যত বীৰগণ ।
দিব্য ৰূপে চলি যাইব বিষ্ণুৰ ভুবন ॥
তহিকে চলিবা সবে কৌৰব সকল ।
সেহি থানে তুমিয়ো চলাহা মহাবল ॥
বৈসম্পায়ন বদতি শুনিয়ো আত পৰে ।
কৃষ্ণৰ বচন শুনিলন্ত যুধিষ্ঠিৰে ॥
কৃষ্ণৰ বচন সাদৰিয়া মহামতি ।
সাতো নৃপতিক পাতিলন্ত সেনাপতি ॥
সাতকো দিলন্ত দিব্য অলঙ্কাৰ আনি ।
দিব্য ৰত্নে পূজিলন্ত বসনে ভূষণি ॥
সবাৰো উপৰে ধনঞ্জয়ক পাতিলা ।
দিব্য ৰত্ন অলঙ্কাৰে শৰীৰ মণ্ডিলা ॥
নিজ বাহু মেলি আনি বসাইলন্ত কোলে ।
জয়ধ্বনি কৰিলন্ত নৃপতি সকলে ॥
নকুলে আৰণ তুলি ধৰিলন্ত শিৰে ।
সহদেৱ সাত্যকি বিছন্ত ধীৰে ধীৰে ॥

কৃষ্ণে দূৰ্ব্বাক্ষত দিলা বৈজয়ন্তি মালা।
উঠি উঠি নৃপতি সকলে প্ৰণামিলা॥
সি বেলাত উৎসৱ মিলিল বহুতৰ।
পাঞ্চ জন্য শঙ্খ ফুঙ্কিলন্ত দামোদৰ॥
অনন্তবিজয় শঙ্খ বাইলা যুধিষ্ঠিৰে।
পৌণ্ডৰ্ক শঙ্খক ফুঙ্কিলন্ত বৃকোদৰে॥
মণি নাম শঙ্খক যে বাইলন্ত নকুলে।
পুষ্পক শঙ্খক সহদেৱ মহাবলে॥
মত্ত হস্তীগণে সৱে তেজিলে আটাস।
দুন্দুভিৰ বাদ্যত লাগিল গৰ্ভত্ৰাস॥
সসৈন্যে জোকাৰ পাৰে ৰঙ্গ আতিশয়।
জয় জয় ঘুষিলেক কৃষ্ণ ধনঞ্জয়॥
মনে গোবিন্দৰ পাৱে কৰিলন্ত নতি।
আনন্দতে অৰ্জ্জুন ভৈলেক সেনাপতি॥
দেখি যুধিষ্ঠিৰে আসি সাবটি ধৰিল।
শিৰ ঘ্ৰাণ কৰি মুখে চুম্বনেক দিল॥
কোলে কৰি মহা স্নেহে বুলিলন্ত মাতি।
আজি ধৰি তোমাক পাতিলোঁ সেনাপতি॥
মোৰ অৰ্থে বাপু তাঁএ ঘোৰ সমৰত।
দুৰাচাৰ কৌৰৱগণক কৰা হত॥

তোকে আদি কৰি বাপু আমি চাৰি ভাই।
যত ৰাজাগণ মানে তোমাৰ সহাই ॥
সবাকো পালিবা তুমি দুৰ্ঘোৰ সমৰে।
ভীষ্ম দ্ৰোণ আদি কৰি বীৰ কৌৰৱৰে ॥
তেসম্বে তোমাক প্ৰহাৰয় যত মান।
সি দোষত বাপু নকৰিবা অপমান ॥
সুকোমল লৱণু পুতলি সম কাই।
ইহাত বিন্ধিবে নিদাৰুণ শৰ ঘাই ॥
পৰাক্ৰমী দ্ৰোণৰ ত্ৰিশূল সম শৰ।
কৰ্ণৰ বাণক স্মৰি কাম্পে কলেৱৰ ॥
শুনিলাত ত্ৰাস লাগে ভীষ্মৰ বীৰত্ব।
এত দুঃখ পাইবি মঞি পাপিষ্ঠৰ হেতু ॥
এহি বুলি যুধিষ্ঠিৰে সজ্জল নয়নে।
মাধৱৰ মুখক চাহন্তে ঘনে ঘনে ॥
চাই চাই নৃপতি সকলে প্ৰশংসিলা।
অৰ্জ্জুনক কৃষ্ণৰ হাতত সমৰ্পিলা ॥
কৃষ্ণৰ হাতত অৰ্জ্জুনৰ হাত থৈলা।
কৰজোড়ে যুধিষ্ঠিৰে বুলিবাক লৈলা ॥
জগত তাৰণ নিস্তাৰণ চক্ৰপাণি।
অৰ্জ্জুনক ৰাখিবা সেৱক হেন মানি ॥

যদি মোৰ ভক্তি আছে চৰণে তোমাৰ।
কুন্তী আঞি তুমি বিনে নজানন্ত আৰ ॥
দ্রৌপদীৰ ভক্তি যদি আছয় তোমাৰ।
সি কাৰণে বোলো তুষ্ট হৱা দামোদৰ ॥
কৌৰব সমুদ্রে ঘোৰ তৰিবাক মনে।
শৰণে পশিলোঁ তুৱা অভয় চৰণে ॥
যত দুঃখ পাইলোঁ বনবাস নিকাৰত।
নকুল সহদেৱে দুঃখ সহিবেক কত ॥
বলে দ্রৌপদীক জয়দ্রথে নিলে হৰি।
বিৰাটৰ গৃহত কীচকে মাৰে ধৰি ॥
সিটো দুঃখ প্রভু আবে নিবাৰিবে মনে।
শৰণে পশিলোঁ তুৱা অভয় চৰণে ॥
মাধৱে বদতি দদা নুহিবা বিকল।
ত্রিভুবনে বিজয় অর্জ্জুন মহাবল ॥
যাৰ ডৰে কৌৰৱৰ ৰাত্রি নিদ্রা নাই।
পৰ্ব্বত ভেদিবে পাৰে একো শৰ ঘাই ॥
নপাৰি গমিবে সমুদ্রৰ যেন জল।
নাহি সীমা সংখ্যা যত অর্জ্জুনৰ বল ॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মেজয়।
শুনি ৰঙ্গ ভৈলা যুধিষ্ঠিৰ মহাশয় ॥

নৃপতিগণক আদেশিলা মহাবল।
কুৰুক্ষেত্র সমৰ ভূমিক লাগি চল ॥
যাত্রা কৰি যুধিষ্ঠিৰে ধৰিলন্ত দিশ।
দেখি ৰাজাগণত লাগিল উসমিস ॥
নমো নমো নাৰায়ণ নিত্য নিৰঞ্জন।
ব্রহ্মা হৰে চিন্তে যাৰ অৰুণ চৰণ ॥
শুনিয়োক প্রভু মঞি পাতকী দুৰ্জ্জন।
তুমি সম উদ্ধাৰক নাহি ত্রিভুবন ॥
এহি মানে আশা কৰি পশিলোঁ শৰণে।
এবে তজু যেনে ইচ্ছা আপুনাৰ মনে ॥
কহে ৰাম সৰস্বতী এড়ি আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥

---

নমো নাৰায়ণ	জগত কাৰণ
পুৰাণ পুৰুষ হৰি।
তোমাৰ চৰণে	পশিলোঁ শৰণে
নিয়োক নাথ উদ্ধাৰি ॥
যুধিষ্ঠিৰ ৰাই	শুভক্ষণ চাই
যাত্রা লৈয়া শুভ দিনে।

ধৌম্যে অগ্নি জ্বালি দিলন্ত আহুতি
ৰাজাৰ জয়ক মনে ॥
সঙ্গে চাৰি ভাই যুধিষ্ঠিৰ ৰাই
বিপ্ৰৰ নমি চৰণে।
যুদ্ধ কাচে কাচি ৰথে চড়ি পাচে
চলি গৈলা তেতিক্ষণে ॥
গাণ্ডীব ধনুক অৰ্জ্জুনে ধৰিলা
পিঠিত অক্ষয় তূণ।
মাধৱে আনিয়া ৰথ যোগাইলন্ত
চড়িলা বীৰ অৰ্জ্জুন ॥
শকটে শকটে অস্ত্র শস্ত্র লৈলা
ভণ্ডাৰে ভণ্ডাৰে তুলি।
অসংখ্য কুমাৰ সূতাৰ লড়িল
সমৰ ভূমিক বুলি ॥
দ্রৌপদী সুভদ্রা তেসম্বো চলিল
উত্তম শকটে চড়ি।
শত অসংখ্যাত দাসীগণ যত
চৌভিতি যাই আবৰি ॥
যত বিপ্ৰগণ তেসম্বো চলিলা
যুদ্ধ চাহিবাক মনে।

প্ৰজাৰ গিৰত দল দোপ ভূমি
ফাট দেই ঘনে ঘনে ॥
অসংখ্যাত ৰাজা তেসম্বো চলিলা
সসৈন্যে কৰি আন্দোল ।
সমুদ্ৰৰ ঢৌৰ সদৃশ আস্ফাল
নুশুনয় মাত বোল ॥
দুঃখী দেশান্তৰী তেসম্বো চলিলা
মনত আনন্দ কৰি ।
উট ঘোড়ে কেহো বীৰ চলি গৈলা
মহিষ বৰাহে চড়ি ॥
অসংখ্যাত বৈদ্য তেসম্বো চলিলা
বিশল্য কৰণি ধৰি ।
চাৰি যে অযুত ৰথ চলি গৈলা
ছয় যে অযুত হাথী ॥
কুৰি যে অযুত ঘোড়া চলি গৈলা
বাছি লাত কৰি বাছি ।
প্ৰজাৰ আন্দোলে পাৱৰ ধূলাৰে
কুঞ্জাকুঞ্জি দশোদিশ ॥
অল্প নদী নদ নামন্তে সুখাই
নজানি দিশ বিদিশ ।

হস্তীৰ আটাসে কৰ্ণ ফাটি যাই
পৃথিবী মেলয় ফাট ।
তৰু তৃণ ভাঙ্গি পথ কৰি নেই
মদে পঙ্ক ভৈল বাট ॥
সৈন্ধব ঘোড়াক ৰাহুতে ডকাৱে
মুখে ধৰি বাঘ জৰি ।
খড়্গ দুই হাতে বিজুলি সাক্ষাতে
যেন দেখি যাই উড়ি ॥
প্ৰজ্জাৰ গিৰত দল দোপ কৰে
সসাগৰা বসুমতি ।
যেন ভৰা নাৱ গোটে তল যাই
সমুদ্ৰ মধ্যত আতি ॥
বোলে দেৱগণে পাণ্ডু সৈন্য ভৰে
পৃথিবা তলক যাই ।
কুৰু সৈন্য সমে একত্ৰে মিলিলে
কি মতে সহিবা আই ॥
ব্ৰহ্মায়ে দেখিয়া কৌতুক কৰন্ত
পাণ্ডৱ চলিল ৰণে ।
আজিসে জানিলোঁ পৃথিবীৰ ভাৰ
সংহৰিব নাৰায়ণে ॥

মধ্যত চলয় রাজা যুধিষ্ঠিৰ
শ্বেত চামৰে ঢোলে ।
অসংখ্যাত পাত্র মন্ত্রী সব চলে
দেখন্তে আনন্দ মিলে ॥
তান আগে যাই বীৰ বৃকোদৰ
ভয়ঙ্কৰ গদা ডাঙ্গি ।
হস্তী যূথ সমে মহা পৰাক্রমে
চমু কৰি পথ ভাঙ্গি ॥
তান পাচে যাই বীৰ ধনঞ্জয়
নৃপতি সব যোগানে ।
ৰথৰ আগত সাক্ষাতে মাধৱ
প্রকাশন্ত বিদ্যমানে ॥
এহি মতে গৈয়া ৰাজা যুধিষ্ঠিৰে
কুৰুক্ষেত্র গৈই পাইলা ।
কৃষ্ণৰ আদেশে জাহ্নবীৰ তীৰে
সৈন্যক সবে বহাইলা ॥
সাগৰ সঙ্কাশ সৈন্যগণ ৰৈল
অসংখ্যাত পথ জুৰি ।
ৰাজাৰ আবাস মাজত কৰিলা
হস্তীশালা আগ কৰি ॥

তাৰ চাৰি পাশে অশ্বশালা পাতি
কৰিলা গড় নিৰ্ম্মাণ।
তাৰ চাৰি পাশে ৰক্ষা গড় দিলা
দ্বাৰি থৈলা থানে থান ॥
তাৰ চাৰি পাশে ৰাজাগণ মানে
মন্দিৰ সাজিয়া ৰৈল।
অসংখ্য কুমাৰ এক সাজু হুয়া
শৰ গঢ়িবাক লৈল ॥
দ্ৰৌপদী প্ৰমুখ্যে যত কন্যাগণ
পশিলন্ত অভ্যন্তৰ।
পাঞ্চ গৃহে পাঞ্চ পাণ্ডৱ ৰহিলা
এক গৃহে দামোদৰ ॥
কৃষ্ণৰ লগত সাত্যকি ৰহিলা
দাৰুক সহিতে আসি।
ৰাজাৰ আদেশে সমৰ ভূমিক
ধৃষ্টদ্যুম্নে ফুৰে চাহি ॥
গঙ্গাৰ তীৰত মৈদাম কৰিলা
দশ প্ৰহৰৰ পথ।
দেখি দেৱ হৰি অৰ্জ্জুনে সহিতে
কৌতুক ভৈলা মনত ॥

রাম সরস্বতী বোলে অজ্ঞ মতি
মাধব নব নাগর।
ভক্তি ধনে কিনি নিয়োক আপুনি
উদ্ধাবিয়া গদাধর॥
শুনা সভাসদ তেজিয়ো প্রমাদ
বৈকুণ্ঠক যাবে মন॥
আপুনিয়ো তরা পুরুষ উদ্ধারা
বোলা রাম নারায়ণ॥



বৈসম্পায়ন বদতি শুনিয়ো নরেশ্বর।
সমরক মনে রহিলেক যুধিষ্ঠির॥
চর মুখে রাজা দুর্য্যোধনে বার্ত্তা পাইল।
তেতিক্ষণে রাজাগণ মতায়া অনাইল॥
কর্ণ দুঃশাসন যে শকুনি আদি যত।
ভীষ্ম দ্রোণ সমস্তে বসিলা সমাজত॥
মধ্যে ধৃতরাষ্ট্র রাজা প্রকাশন্ত জাতি।
সমীপে বিদুর আছা ব্যাসর সন্ততি॥
আনো অসংখ্যাত রাজা বেঢ়িছে সভাক।
সবাকো সম্মুখি দুর্য্যোধনে বোলে বাক॥

দুৰ্য্যোধন বদতি শুনিয়ো ৰাজাগণ ।
পাণ্ডৱ আসিলা শুনু সমৰক মন ॥
সমদলে দিশ জুৰি কুৰুক্ষেত্ৰে চাপি ।
ৰণ ভূমি কৰি তাত ৰহিলা বিয়াপি ॥
যতো মহা বীৰ আছে বৃকোদৰ অৰি ।
নকুল সহদেৱ ধনঞ্জয় প্ৰাণ বৈৰী ॥
তথাপিতো অণুমাত্ৰো নকৰিবা ভয় ।
ঝাণ্টে কুৰুক্ষেত্ৰক চলায়ো সেনাচয় ॥
আগ হুয়া চলা মোৰ ভ্ৰাতৃ দুঃশাসন ।
কুৰুক্ষেত্ৰে গৃহ সজায়োক বিতোপন ॥
উত্তম দিবসে কালি সবে যাইবো আমি ।
বৈৰী বিনাশিলে পাইবো অকণ্টকা ভূমি ॥
বাহুবলে পিতামহে জগত জিনিলা ।
দ্ৰোণৰ বীৰত্ব সুৰাসুৰে প্ৰশংসিলা ॥
ত্ৰিভুবনে পৰাক্ৰমী কৰ্ণ মহাবল ।
সমৰক মনে সমদলে কালি চল ॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মেজয় ।
এহি বুলি দুৰ্য্যোধন ৰাজা আদেশয় ॥
শুনি ধৃতৰাষ্ট্ৰৰ যুদ্ধক মন ভৈলা ।
বিদুৰক মাতি ৰাজা বুলিবাক লৈলা

ধৃতৰাষ্ট্ৰে বোলে বাপু শুনিয়ো বিদুৰ।
নানাবিধ যুদ্ধ তঞ্চি জানস প্ৰচুৰ ॥
দেৱতাৰ অসুৰৰ যুদ্ধক জানস।
যিমতে যুঁজয় যক্ষ গন্ধৰ্ব্ব ৰাক্ষস ॥
যিমতে পিশাচে যুঁজে গুহ্যক সকল।
কৌৰৱক তাকে শিখায়োক মহাবল ॥
সমৰক চলি যাউক কহিয়ো মন্ত্ৰণা।
পাণ্ডৱক নিজিনিব উপায়ত বিনা ॥
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
হেন শুনি মহাশোক ভৈল বিদুৰৰ ॥
চাই চাই আছে যত লোক সমজ্যাৰ।
নকান্দন্তে বিদুৰৰ বহে লোহ ধাৰ ॥
মনত বোলন্ত কিনো অদভুত হবি।
কৌৰৱক মায়ায়ে বান্ধিলে জড় কৰি ॥
সুহিকি কৃষ্ণৰ বল সাক্ষাতে দেখি।
তথাপিতো কি কাৰণে খাইলে দুই আখি ॥
কালে গ্ৰসিলেক পাপী কৌৰৱ সকল।
দেখিয়ো নেদেখে পাপী মাধৱৰ বল ॥
জানিলোঁ হো সমস্তে কৌৰৱ হৈবে ঠাই।
ইহাক স্মৰন্তে মোৰ নিদ্ৰা নিমিলই ॥

এহি বুলি নিশ্বাস তেজিলা অনন্তৰে ।
ধৃতৰাষ্ট্ৰ ৰাজাক মাতিলা ধীৰে ধীৰে ॥
শুনা দদা শুভ যদি ইচ্ছা কৰা মনে ।
প্ৰাণে যদি জীৱা সবান্ধৱে কুৰুগণে ॥
তজু ঘোৰ অপৰাধ আচ্ছা বাট চাই ।
এতো পাণ্ডৱক ৰাজ্য দিবাক যুৱাই ॥
আৰো এক কথা কহোঁ শুনিয়ো যুগুতি ।
তাৰে ৰাজ্য দিবে নপাৰিবা মহামতি ॥
যাৰতে সুবুদ্ধি দদা নফৰে তোমাৰ ।
যাৰে দোষ গোটিক নকৰা পৰিহাৰ ॥
নিচিনা দোষক যদি চিনায়ো সম্প্ৰতি ।
তোমাৰ ঘৰতে দোষ ভৈল উতপত্তি ॥
বৰ পুত্ৰ বুলি যাক মানি আছা সাৰ ।
পুত্ৰ নুহি দদা সেই দোষৰ ভাণ্ডাৰ ॥
ইটো কথা দদা তুমি মনে গুণি চাৱ ।
উপজি কাঢ়িলে সিটো গৰ্দ্দভৰ ৰাৱ ॥
কৃষ্ণত বিমুখ ইটো দুৰাচাৰ পাপ ।
বংশক বিনাশি ইটো কৰাইবে সন্তাপ ॥
কুলৰক্ষা হেতু ইটো শৃগালক এড়ি ।
সিংহ সম পাণ্ডৱক আনিয়ো সাদৰি ॥

কাকক এৰিলে দদা ময়ূৰক পাই।
আকে আমি পাপিষ্ঠক খেদাইবে যুৰাই॥
দুষ্টগণ সহিতে এক এক কৰি মিলি।
পাপিষ্ঠক খেদায়ুক দেশৰ নিকালি॥
যদি তজু স্নেহ লাগে নপাৰাহা তাক।
তেবে অৰ্জ্জুনৰ হাতে বন্ধায়ু ইহাক॥
অৰ্জ্জুনৰ হাতত কপট হৌক ঠাই।
লঘু কৰি খেদা আক দেশৰ ভকাই॥
পাণ্ডৱ সহিতে ৰাজ্য ভুঞ্জা মহাভাগ।
তেবে তুমি কৃষ্ণক হাততে পাইবা লাগ॥
অন্যথা সহায় যদি হবে দেৱগণ।
তথাপিতো যুদ্ধত সবংশে হৈবা ছন॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মেজয়।
হেন শুনি দুৰ্য্যোধন ক্ৰোধত কাম্পয়॥
দুই চক্ষু ক্ৰোধত ৰাতুল বৰ্ণ ভৈল।
মহা কোপে বিদুৰক বুলিবাক লৈল॥
শুন অৰে দুৰাচাৰ দাসীৰ সন্ততি।
কিকাৰণে আমাক নিন্দস মন্দমতি॥
মোৰ ভাতে পুষ্ট ভৈলি জীব মোৰ অন্নে।
আমাক নিন্দস তঞি অধম দুৰ্জ্জনে॥

কাকে যেন জীবয় পাতব ভাত খাই।
অধম দুর্জ্জন কাকে তাকে ফালি যাই॥
পাসৰিলি তঞি আবে আপুনাৰ জাতি।
আমাঠৈৰ দাসীৰ গৰ্ভত উতপতি॥
ৰাজাৰ সোদৰ বোলাই ফুৰ মোৰ ঘৰে।
নীচে বৰ ভৈলে দেখোঁ জাতিকো পাসৰে॥
শুন অবে নীচ জাতি অধম পামৰ।
কৌৰৱৰ খায়া পাণ্ডৱক কৰ বৰ॥
এহি মতে ৰাবখাৰ নিন্দ যত যত।
সেৱকৰ দোষ গুণ নধৰো মনত॥
কি কাৰণে নিন্দস কাহাত গহ পাই।
কৈবা কৰ্ণ দুঃশাসন কিবা আছ চাই॥
শ্মশান সমান দেখিবাক অমঙ্গল।
ঝাণ্ট কৰি পাপিষ্ঠক দেশৰ নিকাল॥
প্ৰাণ লৈয়া যাউক দেখন্তোক সামৰাজ।
গলদণ্ডা দিয়া নগৰৰ কৰা বাজ॥
অধিক যে শাস্তি আৰো কেমিলেঁ। আছোক।
আবে আক আসি আজি পাণ্ডৱে ৰাখোক॥
খেদ খেদ বুলি কোপে কাম্পে দুৰ্য্যোধন।
শুনি কাচি উঠিলেক কৰ্ণ দুঃশাসন॥

বৈসম্পায়ন বদতি শুনিয়ো নৰপতি।
দুৰ্য্যোধনৰ গালি শুনি বিদুৰ সুমতি॥
তিৰস্কাৰ শুনি আতি অসন্তোষ ভৈল।
ধাৰাসাৰে লোটক বহৰে নয়নৰ॥
আৰো বোলে ঢকাই কৰ নগৰ বাহিৰ।
শুনি বিদুৰৰ শোকে নসহে শৰীৰ॥
দেখন্ত ঢকাইবে আসে কৰ্ণ দুঃশাসন।
ঘনে ঘনে চান্ত জ্যেষ্ঠ ভ্ৰাতৃৰ বদন॥
দেখিলন্ত ধৃতৰাষ্ট্ৰে নমাতন্ত তাত।
অধিক লাগিল আৰো বিচাট মনত॥
বিদুৰে বোলন্ত মোৰ বিধি সুপ্ৰসন্ন।
ভাল ভৈল নেদেখিবো তোমাৰ মৰণ॥
আজিসে আমাৰ স্নেহ গুচাইলি মনৰ।
গালি পাৰি অধিকে কৰিলি কৃপা বৰ॥
বিদুৰ দুৰ্জ্জন গুচাই দেশৰ নিকালি।
কুশলে থাকিবা বাপু পাত্ৰ মন্ত্ৰী মিলি॥
এহি বুলি বিদুৰ উঠিলা আসনৰে।
ধৃতৰাষ্ট্ৰ ৰাজাক নমিলা জানুশিৰে॥
তনয়ক ভয়ে ৰাজা নেদিলা উত্তৰ।
ধাৰাসাৰে লোটক বহৰে নয়নৰ॥

তথা হন্তে উঠি যাই নমিলা ভীষ্মক ।
দেখি ভীষ্মে উঠি সাবটিলা বিদুৰক ॥
কান্দন্তে কান্দন্তে পাচে দিলা সম্বিধান ।
কৈক তেজি যাহা যে বিদুৰ মোৰ প্ৰাণ ॥
বিদুৰ বদতি পিতৃ পালিলা পুষিলা ।
সুজিবে নপাৰোঁ স্নেহ যতেক কৰিলা ॥
ইজন্মক লাগি মঞি দেখিলোঁ নয়নে ।
বিদায় কৰিলোঁ প্ৰভু তোমাৰ চৰণে ॥
শুনি সৱজ্যাৰে ৰব উঠিল ক্ৰন্দন ।
দ্ৰোণেয়ো কান্দন্ত ধৰি নসহয় মন ॥
অভ্যন্তৰে নাৰীৰ ক্ৰন্দন ৰব ভৈল ।
মহাশোকে গান্ধাৰীয়ো কান্দিবাক লৈল ॥
বিদুৰ বিয়োগ দুঃখে অনেক কান্দিলা ।
তথা হন্তে উঠি যাই দ্ৰোণক নমিলা ॥
বিদুৰে তেজন্ত দেখি ফুটি যাই প্ৰাণ ।
কান্দন্তে ৰহিলা দ্ৰোণে নেদি সম্বিধান ॥
গান্ধাৰী সহিতে ভিতৰত যত নাৰী ।
কান্দন্তে বেঢ়িলে বিদুৰক শাৰী শাৰী ॥
বিদুৰৰ মুখ চাহি বোলে নাৰীগণে ।
কি দোষে ইহাঙ্ক খেদে ৰাজা দুৰ্য্যোধনে ॥

ধৃতৰাষ্ট্ৰ নৃপতিৰ প্ৰাণে এৰে সৰি।
আজ্ঞ খেদি নৃপতি জীৱন্ত কেনে কৰি ॥
নভৈল সুবুদ্ধি ইটো দুৰ্য্যোধন পাপ।
পাণ্ডৱক খেদি দিলা হৃদয়ে সন্তাপ ॥
ধৃতৰাষ্ট্ৰ নৃপতিৰ বিদুৰেসে আখি।
আজ্ঞ খেদে বৃদ্ধগণে আছে কিবা দেখি ॥
আজিসে শ্মশান ভৈল আমাৰ নগৰী।
কি দেখিয়া লোকে বঞ্চিবেক ইটো পুৰী ॥
এহি বুলি লোকে শোক কৰে নিৰন্তৰ।
সেহি বেলা গাৱ ঢালি উঠিলা বিদুৰ ॥
বাহ্লীক কৃপক অশ্বত্থামাক আশ্বাসি।
কৰজোড়ে সমজ্যাগণৰ মুখ চাহি ॥
সকলে সমাজে কান্দে আৰ্ত্তৰায় শোকে।
খানিতেক বহ নেত্ৰ ভৰি দেখোঁ তোকে ॥
সমৰত হৈবে জানো আমাৰ মৰণ।
ইজন্মক লাগি দেখোঁ তোমাৰ বদন ॥
বহ বহ বুলি প্ৰজাগণে পাৰে গোৰি।
হেন দেখি বিদুৰে মনত দুঃখ কৰি ॥
পাচে পশিলন্ত গৈয়া আপুন ভৱন।
সি থানত কুন্তী যাই ভৈলা দৰিশন ॥

মহাশোকে বিদুৰে কহিবে নপাৰন্ত ।
হেন দেখি কুন্তী বিদুৰত পুছিলন্ত ॥
আজি দেখোঁ বাপু তুমি সত্বৰে আসিলা ।
ৰাজ সমাজত কিবা আথান্তৰ ভৈলা ॥
কি কাৰ্য্য মিলিল আজি সভাৰ ভিতৰ ।
কি পুছিলে ৰাজা মোত কহিয়ো সত্বৰ ॥
কি কাৰণে কান্দাহা নয়নে বহে জল ।
শুনিয়া বিদুৰে কথা কহিলা সকল ॥
দেশৰ ডাকিয়া মোক খেদে দুৰ্য্যোধনে ।
বিদায় কৰিলোঁ মাৰ তোমাৰ চৰণে ॥
ইজন্মক লাগি মাৰ দেখা দেখি যাই ।
কুন্তী বোলে বাপু যে থাকিয়ো এহি ঠাই ॥
সমৰত সংহৰিবে যত কুৰু বীৰ ।
হস্তিনাপুৰত ৰাজা হৈবা যুধিষ্ঠিৰ ॥
এহি বুলি কুন্তীৰ সজল নেত্ৰ ভৈলা ।
মহাদুঃখে গোসানীয়ে কান্দিবাক লৈলা ॥
পুত্ৰৰ সন্তাপে মোৰ দণ্ডে যুগ যাই ।
আছিলোঁ াহো বাপু মঞি তোৰে মুখ চাই ॥
তয়ো মোক এড়ি যাস কোন খান প্ৰতি ।
এবেসে মৰিলোঁ মোৰ নভৈলেক গতি ॥

পুত্ৰগণে এড়ি গৈল কৌৰৱে খেদন্তে।
সিটো দুঃখ পাসৰিলোঁ তোমাক দেখন্তে॥
তয়ো মোক যাহা আবে কোন থানে এড়ি।
বিদুৰ বিদুৰ বুলি থাকিলন্ত পৰি॥
হেন দেখি বিদুৰে মনত মহা মন্যু।
মেলি লৈলা পাচে আপুনাৰ শৰ ধনু॥
ধনু বাণ ধৰিয়া বিদুৰে গুণে মনে।
কৌৰৱে বুলিবে গৈল পাণ্ডৱৰ থানে॥
ইটো শঙ্কা তাসম্বাৰ গুচোক মনত।
এহি বুলি ধনু আড়ি থৈলা দুৱাৰত॥
বিদুৰৰ ধনু দুৱাৰত প্ৰকাশিল।
যাক দেখি ৰাজাগণো সমস্তে ডৰিল॥
কান্দন্তে ৰহিল নগৰৰ প্ৰজাগণ।
গৈলন্ত বিদুৰে তীৰ্থ স্নানিবাক মন॥
মাথে জটা ধৰিলন্ত শয়ন ভূমিত।
ফলমূল আহাৰ কৰিলা প্ৰতিনিত॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মেজয়।
কৌৰৱৰ পুণ্য ৰূপ বিদুৰ নিশ্চয়॥
মহাশান্ত ব্যাস সুতে যি বেলা এড়িলা।
জানিবা সমস্তে কৃষ্ণ তেখনে মৰিলা॥

সমাজত বহিয়া কৌৰৱগণ আছে।
সেহি বেলা ৰাজাগণে মাতিলেক পাছে ॥
শুনা মহাৰাজা দুর্য্যোধন নৰপতি।
তজু থানে আসি আছোঁ যতেক নৃপতি ॥
যুদ্ধ বিনা কিসক বিফলে ভুঞ্জো অন্ন।
বাহু চুলুকায়ে যুঁজিবাক যাই মন ॥
মত্ত হস্তীগণ আনি আছোঁ তজু ঠাই।
বন্ধন নলয়ে ঘোৰ সমৰ নপাই ॥
আমাৰো যুদ্ধক প্রতি ৰাত্রি নিদ্রা নাই।
পাণ্ডৱক মাৰোঁ আদেশিয়ো মহাৰাই ॥
দুর্য্যোধন বদতি শুনিয়ো ৰাজাগণ।
কুরুক্ষেত্রে চলা সবে হন্তে ৰঙ্গ মন ॥
মোৰ লগে চলা ভীষ্ম দ্রোণ তোৰা দুই।
দুঃশাসন সসৈন্যে চলিয়ো আগ হুই ॥
একাদশ অক্ষৌহিনী বাছিলাত বাছি।
আসি আছে স্থানে সৈন্য চলন্তোক কাচি ॥
দুর্য্যোধন ৰাজাৰ শুনিলা হেন বোল।
উসমিস কৰি সবে লাগিল আন্দোল ॥
ৰাজাগণ চলি গৈলা নানা বাদ্য বাই।
সৈন্যৰ আন্দোলে যেন ভূমিকম্প যাই ॥

সাত যে অযুত হস্তী সাজি ময়মত্ত।
একৈক হস্তীত সাত সাত যে মাহুত॥
দুই জনে আগত অঙ্কুশ ধৰি আছে।
ধনু শৰ দুই জনে ধৰি দিব্য কাচে॥
বাৰু পাতি তাহাতে আছয় দুই জন।
এক জনে শক্তি পাট্ ধৰিছে শোভন॥
হস্তীগণ সালঙ্কৃত বীৰ ঘণ্টা গলে।
লোহাৰ সঞ্জোগে সমে কৃষ্ণ বৰ্ণ জলে॥
সিন্দুৰে মন্দিত গণ্ড প্ৰকাশয় আতি।
মেঘ মণ্ডলত যেন বিদ্যুতিকা পান্তি॥
ঘোড়া সব চলিল সুবৰ্ণ মালা গলে।
ৰাহুতে ডাকন্তে দেখি উৰি যেন চলে॥
অনেক সহস্ৰ ৰথ চলিলেক কাচি।
থানে থানে অস্ত্ৰ তাতে বাছিলাত বাছি॥
দুৰ্য্যোধন ৰাজা পৰ দিবসতে যাই।
আগে পাচে ভীষ্ম দ্ৰোণে অধিকে সুহাই॥
নাহি সীমা সংখ্যা যত নৃপতি সকল।
সৈন্যৰ আন্দোলে মহী কৰে টলবল॥
গজ বাজী সহিতে সসৈন্যে চপ কৰি।
বলি যেন ইন্দ্ৰৰ পুৰক দিলে ধাৰি॥

সেহি মতে ৰাজা দুর্য্যোধন চলি যাই।
কুরুক্ষেত্রে ৰহিলা সমৰ ভূমি পাই॥
গড় প্রাঞ্চি কৰিলেক ৰাজাৰ মন্দিৰ।
হস্তীশালা অশ্বশালা গৃহ নৃপতিৰ॥
ভীষ্ম দ্রোণ কর্ণৰ মন্দিৰ বিতোপন।
সেনাগণ সমস্তে ৰহিলা থানে থান॥
ৰাজাগণ আগে দুর্য্যোধন নৰপতি।
কৰজোড়ে ভীষ্মৰ আগত নিগদতি॥
দুর্য্যোধন বদতি শুনিয়ো পিতামহ।
কৌৰৱ কুলৰ তজু চৰণত গহ॥
পাণ্ডৱক জিনো আন বৈৰ যত যত।
সৱে অভিলাষ কৰোঁ তজু চৰণত॥
পশুৰাম বীৰ ক্ষত্রিয়ৰ অধিকাৰী।
সমৰত তোমাত পলাইল ৰণ হাৰি॥
এবে পিতামহ তুমি মোৰ বোল ধৰা।
সেনাপতি হুয়া পাণ্ডৱক যুদ্ধ কৰা॥
থানে থানে নিয়ম কৰিয়ো সেনা চয়।
কালি সমৰক লাগি কৰিয়ো নির্ণয়॥
ভীষ্মে বোলে দুর্য্যোধন শুনিয়োক বাণী।
মোৰ সম বীৰ নাহি ত্রিভুবনে জানি॥

মোৰ দিব্য অস্ত্ৰ আছে জগতে বিদিত।
সুৰাসুৰ মনুষ্য সবাৰো মনে ভীত॥
মঞি যেবে যুজোঁ সবে মনুষ্যক মাৰি।
ক্ষণেকে জগত শূন্য কৰিবাক পাৰি॥
সাক্ষাতে নজান তঞি আমাৰ প্ৰস্তুত।
জগত জুৰিবে পাৰোঁ শৰ প্ৰহাৰত॥
আমাৰ শৰত পৰ্শুৰামে দিলে ভঙ্গ।
পাণ্ডৱক কোনে লেখে যেহেন পতঙ্গ॥
তথাপি তোমাত বাপু কহোঁ তত্বসাৰ।
তোকে পাণ্ডৱকে সম স্নেহতা আমাৰ॥
তঞি যেন মহা-হিত আদৰৰ আতি।
পাণ্ডবো সিমত মোৰ বংশধৰ নাতি॥
ইকথা যদ্যাপি তঞি নেদেখস ভাল।
তোৰ আগে কথা কহোঁ শুনা মহীপাল॥
মহাবীৰ কৰ্ণক পাতিয়ো সেনাপতি।
ৰাজাগণ সমে বাপু কৰিয়ো যুগুতি॥
দ্ৰোণৰ আমাৰ দুইৰ বৃথা কলেৱৰ।
তাৰে বশ্য হুয়া আমি কৰিবোঁ সমৰ॥
হেন শুনি কৰ্ণে উঠি মাতিলেক পাচে।
ৰাজাগণ সমে দুৰ্য্যোধনে শুনি আছে॥

কৰ্ণে বোলে পিতামহ শুনিয়ো সম্প্ৰতি।
যৈসানি বুলিলা ধনঞ্জয়ে অভিৰথি॥
অৰ্দ্ধৰথি বুলি মোক বিকথিলা বৰ।
সেহি দিনা অঙ্গীকাৰ কৰি আছো দঢ়॥
যাৱে তুমি ৰণে পৰি নোহোৱা নিৰ্জ্জান।
তাৱে নুযুঁজিবোঁ নধৰিবোঁ ধনুবান॥
মধ্যস্থ স্বৰূপে মঞি চাহিবোঁ সমৰ।
তুমি পিতামহ পৰাক্ৰমী ধনুৰ্দ্ধৰ॥
বৈসপায়ন বদতি শুনিয়ো নৰপতি।
দুৰ্য্যোধনে ভীষ্মক পাতিলা সেনাপতি॥
আসনত বসিলেক গঙ্গাৰ কুমৰে।
আৰণ তুলিয়া আনি ধৰিলেক শিৰে॥
দেৱ সেনাপতি কাৰ্ত্তিকক নমি পাৱে।
কৃষ্ণৰ চৰণ দুই হৃদয়ে ধিয়াৱে॥
কৌৰৱ গণৰ আনন্দৰ সীমা নাহি।
চতুৰ্ভিতি বেঢ়ি সৱে আনন্দ বধাই॥
শঙ্খ ভেৰী কাহালি দুন্দুভি বাৱে চানি।
সৈন্যৰ আন্দোলে মাত থিতাতে নুশুনি॥
দণ্ডে ছত্ৰে ভীষ্মৰ যোগান ধৰি আছে।
উঠি উঠি ৰাজাগণে নমিলেক পাচে॥

দুৰ্য্যোধন ৰাজা আনন্দতে আছে চাই।
সেই বেলা নিৰ্ঘাত পৰিল গিৰিসাই ॥
আকাশত শুনি ধৰ ধৰ মাৰ মাৰ।
নেদেখি শৰীৰ বাক্য শুনি চমৎকাৰ ॥
বিমঙ্গল দেখি ভীষ্মে গুণয় মনত।
ইটো ঘোৰ সমৰত সবংশে হবোঁ হত ॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মিজয়।
ধৃতৰাষ্ট্ৰ ৰাজা যাই তথাতে আছয় ॥
হস্তীগণে দিলা সৱে দশন আস্ফাল।
শুনি সবে প্ৰজাৰ কৰ্ণত মাৰে তাল ॥
সঞ্জয়ত পুছে ধৃতৰাষ্ট্ৰ মহীপাল।
শুনিলোঁ সঞ্জয় ইটো কিসৰ ঘঞ্চাল ॥
দশো দিশে শুনি কিয় আনন্দ বধাই।
নানা বাদ্য ভণ্ডে মোৰ কৰ্ণ ফাটি যাই ॥
সঞ্জয় বদতি কথা শুনা নৰপতি।
দুৰ্য্যোধনে ভীষ্মক পাতিলা সেনাপতি ॥
তুম্বুল নিসান বাদ্য ভণ্ড শুনা মানে।
সৈন্যৰ মোহলা ভীষ্মে কৰন্ত আপুনে ॥
প্ৰথমতে শুনা ৰাজা শঙ্খধ্বনি গোট।
অসংখ্য দুন্দুভি মত্ত হস্তীৰ আস্ফোট ॥

অনন্তৰে শুনা ৰাজা কাহালিৰ ধ্বনি।
ভেৰু বাদ্য ভণ্ডে মাত্র থিতাতে সুশুনি ॥
বিন্দ অনুবিন্দ ৰাজা অৱন্তী দেশৰ।
সৈন্যৰ মোহলা দিলা দুয়ো মহাবীৰ ॥
তাকো বস্ত্র অলঙ্কাৰ দিলা ভাল চাই।
ফিৰি গৈলা বিন্দ অনুবিন্দ দুয়ো ভাই ॥
দুন্দুভিৰ বাদ্য ৰাজা শুনা অনন্তৰে।
সুদক্ষিণ নামে ৰাজা কাম্বোজ দেশৰে ॥
ভূমি টলবল কৰে সৈন্যৰ আস্ফাল।
মোহলাক দিলন্ত কাম্বোজ মহীপাল ॥
অনন্তৰে শুনা ৰাজা হস্তীৰ আস্ফাল।
সীমা সংখ্যা নাই পদাতিৰ কোলাহল ॥
বেঢ়ি যাই চৌৰাশি হাজাৰ হস্তী পালে।
সবে চতুৰ্দ্দন্ত বীৰ ঘণ্টা জলে গলে ॥
বীৰৰ আৰাৱে দুয়ো কৰ্ণে মাৰে তাল।
মোহলা দিলেক ভগদত্ত মহীপাল ॥
পৰাশৰ পুত্র শ্রুতায়ুধ নৰপতি।
দ্রোণে কৃপে এসম্বেয়ো মোহলা দিলন্তি ॥
এহি মতে মোহলা কৰিলা সেনাচয়।
ৰাত্রি দিনে অবিচ্ছেদে সীমা নাহি কয় ॥

জয়দ্ৰথ সুশৰ্ম্মা সহিতে মহাৰথি।
বিশ্বামিত্ৰ আদি কহো যতেক নৃপতি ॥
সংক্ষেপ পয়াৰে তাক কহিবেক কোনে।
কহে ৰাম নৰস্বতী কৃষ্ণৰ চৰণে ॥
এহি মতে যদ্যাপি মোহলা সাঙ্গ ভৈল।
তজু তনয়ক ভীষ্মে মাতিবাক লৈল ॥
ভীষ্মে বোলে বাপু শুনিয়োক দুৰ্য্যোধন।
মোহলা কৰিলোঁ মঞি তজু সেনাগণ ॥
একাদশ অক্ষৌহিনী লেখিলোঁ াহো যত।
মহা পৰাক্ৰমী সিটো যুদ্ধত শকত ॥
আগ বাঢ়ি ঘোৰ ৰণে নুযুঁজিবি ৰাজা।
সবে সমদলে থাকে সেনাপতি প্ৰজা ॥
ৰণ ভূমি এড়ি দুই প্ৰহৰ অন্তৰে।
চকি দিয়া তথাতে থাকিবা নৰেশ্বৰে ॥
মঞি কেনে থাকিবোঁ লুকাই পাচ হুই।
লোকে হঠিবেক মোক চৰম লগাই ॥
হেন দেখি ভীষ্মে বোলে নৃপতি গণক।
শুন শ্ৰুতায়ুধ নৰ কাম্বোজ শঠক ॥
বত্ৰিশ হাজাৰ যাস সসৈন্যে জণ্টাই।
দুৰ্য্যোধন ৰাজাক ৰাখিবি সৰ্ব্বদাই ॥

তোক শিক্ষা দেঞো শুনা ৰাজা দুৰ্য্যোধন।
যেদি যাই পাণ্ডৱক নকৰিবি ৰণ॥
আৰো কথা কহোঁ মঞি শুন ৰাজাগণ।
ৰাজাৰ সোদৰ যুৱৰাজ দুঃশাসন॥
তোমাৰ সোদৰ আসি আছে যত যত।
দুঃশাসন বীৰক ৰাখিবি সমৰত॥
দুৰ্য্যোধন পুত্ৰ যিটো লক্ষ্মণ কুমৰ।
বত্ৰিশ হাজাৰ ৰাজপুত্ৰ ৰক্ষা কৰ॥
অৱশেষ ৰাজাগণ থাকা মোৰ ঠাই।
যুদ্ধ সময়ত আসি নিবন্ধিবোঁ যাই॥
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
ভীষ্মক ৰাজাৰ পুত্ৰ ৰুক্ম বীৰবৰ॥
যি বেলাত দামোদৰে ৰুক্মিণী হৰিলা।
সি বেলাত ৰাজাগণে বেঢ়ি যুদ্ধ দিলা॥
পলাইলা সমস্তে শৰ পায়া মাধৱৰ।
পাচে ৰুক্ম বীৰে কৰিলেক অঙ্গীকাৰ॥
কৃষ্ণক নমাৰি ৰুক্মিণীক নেমেলাই।
নপশিবোঁ কুণ্ডিলত আৰকা দুনাই॥
এহি বুলি কৃষ্ণক ৰুক্মেয়ো দিলে ধাৰি।
তিনি অক্ষৌহিনী সেনা লগে ভৰি পূৰি॥

কৃষ্ণৰ হাতত অঙ্গীকাৰ ভৈল চন্ন।
সি ঠাৱতে নগৰ পাতিলা বিতোপন॥
ভোজকট নাম থৈলা সিটো নগৰৰ।
কতো দিন সেহি থানে আছিলা কুমৰ॥
কিম্পুৰুষ সিংহ আছে গন্ধ মাৰ্দ্দনত।
তান ঠাই ধনুৰ্ব্বেদ শিখিলেক যত॥
তথা হন্তে যাই বাসৱক আৰাধিল।
বৎসৰ অন্তৰে আসি ইন্দ্ৰে দেখা দিল॥
বাসবে বদতি কথা শুনা বিদ্যমান।
ত্ৰিভুবনে খ্যাত মোৰ ধনু তিনি থান॥
অৰ্জ্জুনৰ গাণ্ডীৱ বিজয় ধনু ঘোৰ।
কৃষ্ণৰ সাৰঙ্গ যেন পৰাক্ৰম মোৰ॥
লৈয়োক বিজয় ধনু হেৰ দিলোঁ মঞি।
আকে ধৰি পৃথিবীত লভিয়ো বিজই॥
কৃষ্ণ বলোভদ্ৰ দুই জগত কাৰণ।
তাসম্বাৰ হাতে আছে তোহোৰ মৰণ॥
আন যাক যুঁজস হৈবেক ৰণ জয়।
এহি বুলি অন্তৰ্ধ্যান ভৈল মহাশয়॥
সেই ধনু থান লৈয়া ৰুক্মি মহা বীৰ।
বাসৱৰ বৰে হৈল অবধ্য শৰীৰ॥

যদি কৌৰৱক মঞি জিনোহো ৰণত ।
যশস্যা ৰহিবে মোৰ তিনিয়ো জগত ॥
তেবেসে পাণ্ডৱে মোক কৰে মিত্ৰ অতি ।
যাদৱক জিনে পাচে পাশ খেৰ্‌ড়ি পাতি ॥
এহি বুলি ৰুক্মি নিজ সৈন্য লৈয়া সঙ্গে ।
হস্তী ঘোড়া অসংখ্য পদাতি লৈয়া ভঙ্গে ॥
সৈন্যৰ মোহলা কৰি পাণ্ডৱ আছন্ত ।
দুন্দুভি শবদ কতো দূৰে শুনিলন্ত ॥
মাধবে সহিতে সবে নিহালিয়া চাই ।
ৰুক্মি বীৰ আসৈ কতো দূৰে ভেট পাই ॥
ভয়ঙ্কৰ জ্বলে অাতি বাসৱ সমান ।
ত্ৰিভুবনে নতু দেখি পৰম সুঠান ॥
তপৰ প্ৰভাৱে আতি ভয়ঙ্কৰ জলে ।
দেখি মহা ভয় ভৈলা পাণ্ডৱ সকলে ॥
পাণ্ডৱৰ বীৰগণে শৰ ধনু লৈলা ।
অস্ত্ৰ শস্ত্ৰ ধৰি সৱে বাৰু পাতি ৰৈলা ॥
শুনি যুধিষ্ঠিৰে আগ বাঢ়ি আনিলন্ত ।
ৰুক্মি বীৰ আাস সমাজত ৰাহলন্ত ॥
সিংহাসন দিয়াইলা নৃপতি যুধিষ্ঠিৰ ।
সসৈন্যে ৰহিল তাতে ৰুক্মি মহাবীৰ ॥

পাচে যুধিষ্ঠিৰ ৰাজা কৰি সতকাৰ।
পুছিলা কি কাৰ্য্যে আইলা পাশক আমাৰ॥
ত্ৰৈলোক্য বিজয় ধনু আপুনাৰ হাতে।
পৰম প্ৰচণ্ড দেখোঁ বাসৱে সাক্ষাতে॥
কৃষ্ণৰ কুটুম্ব তুমি জানো অভিপ্ৰাই।
সি কাৰণে হৈবা তুমি আমাৰ সহাই॥
বৈসম্পায়ন বদতি শুনিয়ো নৰেশ্বৰ।
হেন শুনি ৰুক্ম বীৰে দিলেক উত্তৰ॥
দুইতো মহাৰাজা আছোঁ তজু ঠাই॥
কুটুম্ব সম্বন্ধে দুইবো যুদ্ধত সহাই॥
কিন্তু মোৰ শুনা আবে অভিপ্ৰায় খানি।
মঞি যেন ৰাজা তাক ত্ৰিজগতে জানি॥
সাক্ষাততে মাধৱে জানন্ত মোৰ বল।
ৰুক্মিণী হৰণে যেন ঘোৰ যুদ্ধ ভৈল॥
প্ৰচণ্ড বিক্ৰম মোৰ শৰ গুৰুতৰ।
সম্মুখ সমৰে হাৰিলন্ত গদাধৰ॥
অন্যায় কৰিয়া মোৰ হৰিলে ৰুক্মিণী।
ইটো কথা মাধৱত পুছিয়ো আপুনি॥
পুনৰপি ৰুক্মবীৰে মাতিলেক পাচে।
ৰাজাগণ সমে যুধিষ্ঠিৰে শুনি আছে॥

ৰুক্মবীৰ বদতি শুনিয়োঁ ধনঞ্জয়।
কুৰু সমুদ্ৰত যদি আছে তোৰ ভয়॥
তেবে আজি সমস্তে দেখোক বিদ্যমান।
এতিক্ষণে শৰণে পশিয়োঁ মোৰ থান॥
তঞি যাক নপাৰস কৰোঁ অঙ্গীকাৰ।
একেশ্বৰে কৌৰৱ কুলৰ চিন্তো মাৰ॥
আছন্তোক ভীষ্ম দ্ৰোণ আদি ৰাজা মান।
একেশ্বৰে মাৰি মঞি দেঞো ৰাজ্যখান॥
বৈসম্পায়ন বদতি শুনিয়োঁ নৰেশ্বৰ।
ৰাজাগণে শুনিলেক বচন বীৰৰ॥
ঘোৰ কৰ্ম্ম কৰিবেক ৰঙ্গ হুয়া ৰৈল।
সেহি বেলা ধনঞ্জয়ে বুলিবাক লৈল॥
ধনঞ্জয় বদতি শুনিয়োঁ ৰুক্মবীৰ।
হুইতো তঞি পৰাক্ৰমী নিৰুজ শৰীৰ॥
কিন্তু মোক চিনিবি পাণ্ডৱকুলে জাত।
যাৰ সখি দামোদৰ জানিবি সাখ্যাত॥
দ্ৰোণ শিষ্য মহেশৰ অস্ত্ৰ আছোঁ পাই।
তূণত গাণ্ডীব ধনু অছেদ সদাই॥
দেবাসুৰ নৰ যাৰ শবদতে ভাগে।
কি মতে বুলিবোঁ কৌৰৱত ভয় লাগে॥

কুন্তীৰ গৰ্ভত বাসৱৰ বীৰ্য্যে জাত ॥
অগ্নিদত্ত চাৰি ঘোড়া পবন সাক্ষাত ॥
যাহাৰ অক্ষয় তূণ নাহি ক্ষয় ব্যয় ।
যাৰ শৰে কাল কুঞ্জগণৰ প্ৰলয় ॥
ক্ষুদ্ৰ সম কুৰু সৈন্যগণ মোৰ আগে ।
কি মতে বুলিবোঁ সমৰক ভয় লাগে ॥
যিটো ভীষ্মে জগত জিনিলে অপ্ৰয়াসে ।
পৰশুৰাম হাৰিয়া পলাইল যাৰ ত্ৰাসে ॥
ত্ৰিভুবনে পৰাক্ৰমী গুৰু দ্ৰোণ কৃপ ।
একোবীৰে জিনিবাক পাৰে জম্বুদ্বীপ ॥
লক্ষ লক্ষ নৃপতি সকল যাৰ পাশে ।
তাহাক জিনিবো ইটো শৃগালৰ আশে ॥
এভো বোলোঁ পাপী তোক যুদ্ধক নলাগে ।
গৃহক ফিৰিয়া চল সুহি থাক লাগে ॥
হেন শুনি ৰুক্মবীৰ নৰহিল তথা ।
চলি গৈলা পাচে দুৰ্য্যোধন আছে যথা ॥
সাগৰ সঙ্কাশ সিটো সৈন্যগণ লই ।
দুৰ্য্যোধন নৃপতিক বচন বোলই ॥
ৰুক্মবীৰ বদতি শুনিয়ো দুৰ্য্যোধন ।
পাণ্ডুৱত ভয়ে মোত পশিয়ো শৰণ ॥

এতিক্ষণে দিবোঁ সবে পাণ্ডুৰক মাৰি।
সকলে পৃথিবী পাইবা অকণ্টকা কৰি ॥
শুনি শুনি আছে ৰাজাগণ নিৰন্তৰে।
মহাখঙ্গে মাতিলেক গঙ্গাৰ কুমৰে ॥
বৃদ্ধ ভৈলোঁ ক্ষত্ৰিয় কৰ্ম্মত বিপৰীত।
আবে যুদ্ধযজ্ঞ আসি ভৈল উপস্থিত ॥
মহাবীৰ ক্ষত্ৰিগণে বাঞ্চিয়ো নপাই।
ভয় হৈবোঁ কি মতে বুলিবোঁ তোৰ ঠাই ॥
যিটো বীৰ ধনঞ্জয় জগততে সাৰ।
অযুত হস্তীৰ বল ভীম অনিৰ্ব্বাৰ ॥
তাহাকো জিনিবে ইটো বুদ্ধি বালেকৰ।
দুৰাচাৰ পাপী ঐৰ সত্বৰে অন্তৰ ॥
বৈসম্পায়ন বদতি শুনিয়ো জন্মিজয়ি।
কৃষ্ণবীৰে নিৰুৎসাস ভৈলা দুয়ো ঠাই ॥
ফিৰিয়া নগৈলা ৰাজা আপুনাৰ ঘৰ।
সেনাগণ সমে তৈত চাহিল সমৰ ॥
হেন জানি যতনে তেজিয়ো আন কাম।
নিৰন্তৰে নৰে ডাকি বোলা ৰাম ৰাম ॥

———ঃ*ঃ———

সমাপ্ত।